# সঙ্গীত-কোষ

শ্ৰীলক্ষ্মীৰাম বৰুৱা।

বেছ ১॥০ টকা।

# SANGITA KOSHA

OR

## A COLLECTION OF SELECTED ASSAMESE SONGS.

COMPILED AND EDITED BY

LAKSHMIRAM BAROOAH.

# সঙ্গীত-কোষ

অৰ্থাৎ

নানা তৰহৰ অসমীয়া গানৰ কিতাপ।

শ্ৰীলক্ষ্মীৰাম বৰুৱা

সংগৃহীত আৰু সম্পাদিত।

বীণাবাদনতত্ত্বজ্ঞঃ ৰাগ বিদ্যাবিশাৰদঃ,
মূৰ্চ্ছণা'শ্ৰুতিসম্পন্নঃ মোক্ষমাৰ্গঞ্চ গচ্ছতি।
ত্ৰিবৰ্গফলদাঃ সৰ্ব্বে দানমধ্যয়ন'জপঃ,
একং সঙ্গীতবিজ্ঞানং চতুৰ্ব্বৰ্গফলপ্ৰদং।

গান্ধৰ্ব্ব বেদ ॥

জাহ্নবী এজেন্সীৰ দ্বাৰা প্ৰকাশিত।

*Price 1/8 only* বেচ ১॥০ মাত্ৰ।

# উছৰ্গা।

যি দুজন মহাপুৰুষে চাৰি-শ বছৰৰ পূৰ্ব্বে অসম দেশত জন্মগ্ৰহণ কৰি জোন-বেলিৰ নিচিনাকৈ নিজৰ পৱিত্ৰ জেউতিৰে দশোদিক পোহৰ কৰিছিল, যি দুজন মহাপুৰুষে জয়জয়তে অসমীয়া সঙ্গীতক জন্ম দি তাৰ সহায়েৰে অসমীয়া মানুহৰ মন নিষ্কাম বৈষ্ণৱধৰ্ম্মৰ ফাললৈ ঢাল খুৱাইছিল, যাৰ ভৰিৰ খোজ অসমীয়া জাতীয়জীৱনৰ প্ৰতি আলিয়ে, প্ৰতি বাটে, আজিলৈকে জিলিকিব লাগিছে, যাৰ পৱিত্ৰ স্মৃতিয়ে অসমীয়া মানুহৰ হৃদয়মন্দিৰত জাগ্ৰতভাবে থাকি সদাই পূজা পাব লাগিছে, সেই মহাপুৰুষ শ্ৰীশঙ্কৰ-মাধৱৰ অৰুণচৰণত এই ক্ষুদ্ৰ সঙ্গীত-কিতাপখনি সৰল ভক্তিৰ চিনস্বৰূপে সমৰ্পণ কৰিলোঁ।

প্ৰণত,

শ্ৰীলক্ষ্মীৰাম বৰুৱা।

## পাতনি।

এই জগতত সঙ্গীতত কৈ আদৰণীয় বস্তু আৰু কি আছে ? মধুৰ সঙ্গীতে যেনেকৈ প্ৰাণত অমৃত ঢালি গম নোপোৱাকৈ মনৰ দুখ-শোক পাহৰাই মনত বিমল আনন্দ ওপজাব পাৰে তেনেকৈ আৰু: একোৱেই নোৱাৰে। ক্ৰমান্বয়ে ১০।১২ ঘণ্টা বক্তৃতা দিলেও যি কাম নহয়, কেৱল মাত্ৰ একেটি সুমধুৰ গান গালেই তাতকৈ বেচি ফল ধৰা দেখা যায়। এই নিমিত্তে আমাৰ আৰ্য্য. ঋষি-মুনি সকলে কৈ গৈছে, বোলে—"ন বিদ্যা সঙ্গীতাৎ পৰা"।

দুখৰ বিষয়, আমাৰ দেশত গানৰ কিতাপ নাই বুলিলেই হয়। আমাৰ মানুহে গান গাব লাগিলে বঙ্গলা গান হে গায়। কোনো কোনো ঠাইত দুটা-চাইটা অসমীয়া গান যদিও ৰচনা কৰা হৈছে, ছপা হৈ নোলোৱাৰ নিমিত্তে সাধাৰণৰ পক্ষে সেইবিলাক কোনো উপকাৰত অহা নাই। এই বিষয়ে "সঙ্গীত-

মালা”, “বাঁহী” আৰু “গীতাৱলীৰ” গ্রন্থকাৰৰ উদ্যম প্রশংসনীয়। কিন্তু, কিতাপ কেইখনিত গানৰ সংখ্যা নিচেই তাকৰ।

বৰ্ত্তমান সময়ত নানা তৰহৰ সৰহ গান থকা এখন ডাঙ্গৰ সঙ্গীত-কিতাপৰ অভাৱ সকলোৱে বুজিছে। এই অভাৱ পূৰ কৰিবৰ মনেৰে নানা ঠাইৰপৰা চিঠি লিখি গান ৰচাই অনা আৰু নিজেও ঠায়ে ঠায়ে গৈ কৃতবিদ্য সকলৰ দ্বাৰাই আগত থাকি ৰচনা কৰাই নানাবিধ গান সংগ্রহ কৰিবলৈ ধৰা হৈছে। কিন্তু, কিতাপখনি উচিতমতে ডাঙ্গৰ কৰি উলিয়াবলৈ হলে বহুত খৰচ আৰু বহুত দিন লাগিব যেন দেখি, আৰু বিশেষকৈ কেইজনমান মুখিয়াল বন্ধুৰ আগ্রহ তোহাৰ গতিকে, আজিলৈকে বাছি বাছি সংগ্রহ কৰা চাৰি-শ মান গানেৰেই সম্প্রতি এই কিতাপখন উলিয়াই দেশৰ সৰ্ব্বসাধাৰণৰ হাতত সমৰ্পণ কৰা হল। কোৱা বাহুল্য মাথোন যে, অসমীয়া ৰাইজৰ পৰা সহানুভূতি পাই থাকিলে বছৰে বছৰে ইয়াক ডাঙ্গৰ কৰি নিব পৰা যাব।

কিতাপত লিখা তিনিভাগমান গানৰ তাল-সুৰ আমি নিজে থিৰ কৰি দিছোঁ। কেৱল গানবিলাক হে ৰচোঁতাৰ পৰা পোৱা হৈছে। কাৰো কাৰোপৰা যদিও সুৰ আৰু তালৰ নাম দুই-চাইটা পোৱা হৈছিল, সি ভুল; তাকো আমি আকৌ গাই বজাই ঠিক সুৰ-তাল লগাই দিবলৈ বাধ্য হৈছোঁ।

গোটেই মধুৰ ভাবৰ গানে সকলোৰে মন আকৰ্ষণ কৰিব নোৱাৰে; সেই নিমিত্তে কৰ্ত্তব্যৰ অনুৰোধত ৰুচি-সংগত কেইটামান সাধাৰণ গানো দিয়া হল।

সবশেহত কৃতজ্ঞতাৰে সৈতে জনাওঁ যে, এই কিতাপখন হাতে-লিখা অৱস্থাত থাকোতে আমাৰ ভূতপূৰ্ব্ব "জোনাকী"ৰ সুযোগ্য সম্পাদক শ্ৰীযুত সত্যনাথ বৰা, বি,এল, ডাঙ্গৰীযাই ইযাৰ বৰ্ণাশুদ্ধি বিলাক, আৰু ছপোৱাৰ সময়ত বন্ধুবৰ শ্ৰীযুত দেবেশ্বৰ চলিহা আৰু শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰাই ইযাৰ ছপা কৰা আৰু শুধৰণী চোৱা কামত আমাক বিস্তৰ সহায় কৰি উপকাৰ কৰিছে। সেই বাবে আমি সিবিলাকৰ নৰ্থে শলাগ লৈছোঁ।

## শেহনিশা।

গুণকেলী, বিহঙ্গৰা, হিন্দোল ইত্যাদি।

## পুৰ্ব্বানিশা।

ললিত, সোহিনী, মালকোষ, বাহাৰ ইত্যাদি।

## সকলো সময়ত।

মেঘ, মল্লাৰ, বসন্ত, দেশ, সুৰট আৰু বাউলৰ সুৰ ইত্যাদি।

—০—

# অধ্যায়বিলাকৰ সূচী।

## প্ৰথম অধ্যায়।



—০—

## শেহনিশা।

গুণকেলী, বিহঙ্গৰা, হিন্দোল ইত্যাদি।

## পুৰ্ব্বীনিশা।

ললিত, সোহিনী, মালকোষ, বাহাৰ ইত্যাদি।

## সকলো সময়ত।

মেঘ, মল্লাৰ, বসন্ত, দেশ, সুৰট আৰু বাউলৰ সুৰ ইত্যাদি।

—০—

# অধ্যায়বিলাকৰ সূচী।

## প্ৰথম অধ্যায়।



—০—

# গানৰ সূচী।

—*—

# সঙ্গীত-কোষ।

## প্ৰথম অধ্যায়।

### জাতীয় সঙ্গীত।

১

ভূপালী—ঠিমাতেতালা।

বাজে আপুনি পুৰণি বীণা,
শুনি কি আবেগে আতুৰ প্ৰাণ।
ৰিণিকি ৰিণিকি হিয়াত বাজিছে
পাহৰা সুৰৰ মধুৰ তান॥
উষাৰ কিৰণে পূৰে পোহৰোঁতে,
আহি উটি সুখে মলয়া লগতে,
ওপচায় হিয়া নতুন উলাহে।
গোৱাঁ সকলোৱে জাতীয় গান॥

ৰাধানাথ ফুকন, এম্,এ, বি, এল।

২

ইমন ভূপালী একতালা।

আহাঁ আজি আহাঁ সৱে

সোৱ বোঁ স্তুদিন হে।

ধৰ্ম্মৰ তেজেৰে, জাতীয প্ৰেমেৰে,

হোৱাঁ অগ্ৰসৰ হে॥

পশ্চিম পুৰুবে উত্তৰ দক্ষিণে

উঠিছে সকলো হে।

তোমাৰো ঢোপনি এ।ৰবৰ হল

উঠা একে চিপে হে॥

পূৰ্ব্বৰ গৌৰৱ মনত পেলোৱাঁ

গোৱাঁ জয় গীত হে।

পুৰুষ প্ৰধান কবি শঙ্কৰৰ

জননী অসম হে॥

মহা পুৰুষৰ সোঁৱৰণি লোৱা

ভাই বন্ধু সৱে হে।

কৰা জয়ধ্বনি অসম কিৰীটি

উঠক জিলিকি হে।

অজ্ঞান এন্ধাৰ ঠেলি আসামৰ

পুৰুষ ঈশ্বৰ হে ॥

বিচাৰ শাস্ত্ৰৰ বিলালা পোহৰ

আই আসামৰ হে ॥

শ্ৰীগুৰু শঙ্কৰৰ উদাৰ নীতিত

লভিবা উন্নতি হে।

শঙ্কা নকৰিবা বল শক্তি পাবা,

ৰাখিবা কিৰীটি হে ॥

দেবেশ্বৰ চলিহা।

---

৩

লেচাৰী—একতালা।

অসম মাতৃৰ দুৰগতি

দেখি প্ৰাণ মোৰ কান্দে অতি,

এনুৱা বিলাই গোসাঁইয়ে কিয়নো দিলে।

মহাপৰাক্ৰান্ত ব্ৰহ্মপুত্ৰ,

যাৰ বৰ্ত্তমান জ্যেষ্ঠ পুত্ৰ,
তাৰ এনে দশা বিধিয়ে কিয় কৰিলে ॥
ওখ পৰ্ব্বতৰ সাৰি সাৰি,
যাৰ বন্ধুবৰ্গে আছে বোৰ,
তাহান অৱস্থা সুঁৱৰি দহে পৰাণ।
ঋষি মুনি যাৰ আছে গুৰু,
শুদ্ধ সত্ত্ব দেৱ কল্পতৰু,
তাৰ আজি চোৱাঁ হীন দশা অপমান ॥
অসমৰ পুত্ৰ ভগদত্ত,
বান ৰজা মহা দৰ্পমত্ত
ভীষ্মক হিড়ৌম্ব আৰু কত কত বীৰ।
সিকালত তুমি অগ্ৰগণ্যা
ছিলা পৃথিবীত বহু ধন্যা
আজি শোকাতুৰা বহে নয়নৰ নীৰ ॥
চোৱাঁ চোৱাঁ কিনো বিপৰ্য্যয়,
ভুঞ্জিছা হে মাতৃ দুখচয়
জানিলোঁ ইটো সে প্ৰভূ ঈশ্বৰৰ মায়া।
হেৰা দীনবন্ধু তযু পাৰে,

কৰিছোঁ কাকুতি ভক্তি ভাৱে,
কৰা অনাথিনী অসম মাতৃক দয়া ॥

বেণুধৰ ৰাজখোৱা, বি, এ।

---

৪

তুক্ক সুৰ—একতালা।

(অসম মাতৃ) এসুৱা বিলাই দেখিছা বোপাই
কিয়নো নকৰা কাণ।
(অসম পুত্ৰ) চেনেহৰ আই, নাই এটি পাই
নাই ভৰালত ধান ॥
(অঃ মাঃ) নেথাকিবা বহি, যোৱা দিহা দিহি,
পাবা বহু ধন সোন।
কথা কৰি কাতি, ধৰা যদি খেতি,
পাবা ধান দোনে দোন ॥
(অঃ পুঃ) বিদ্যা বুদ্ধি নাই, (মাঃ) নেভাবাঁ সোনাই
ওলাব বুদ্ধি আপুনি।
একতা আশ্ৰয় কৰিলে কি ভয়,
একতা বুদ্ধিৰ খনি ॥

তুমি বিনে মোৰ এন্ধৰা দুৰ্ঘোৰ,
গুচাব কোনে বিপত্তি ॥
চোৰাঁ লৰা বোৰ, আছে যত মোৰ
কান্দে ক্ষুধাতুৰ হই ।
মাৰি নিয়াঁ মোক, তেহে যাব শোক,
নোৱাৰোঁ স'ব বিলাই ॥

বেণুধৰ ৰাজখোৱা, বি, এ ।

---

৭

বেহাগ—আড়াঠেকা ।

অসম-আকাশ আজি ডাৱৰে ছাটিপেলায় ।
দিনতে এন্ধাৰ হ'ল একোকে দেখা নেযায় ॥
মাৰিছে মেঘে গাজনি, উঠিছে বুকু কঁপনি ।
কি কৰোঁ ক'লৈ যাওঁ, নেদেখোঁ একো উপায় ॥

বেণুধৰ ৰাজখোৱা, বি, এ ।

৮

ঝিঁঝিট—একতালা।

আঁহা আজি আমি বন্ধু সৱে মিলি,
উলাহেৰে গাওঁ একতাৰ গীত।
নহলে জানিবা অসমীয়া জাতি,
নেথাকিব আৰু এই পৃথিবীত॥
পূৰুবে পশ্চিমে উত্তৰে দক্ষিণে,
সজাগ হইছে জগতৰ জাতি।
আমি অসমীয়া বুজিছোঁ মাথোন,
ভেম, কানি আৰু এলেহুৱা ৰাতি॥
এতেকে হে ভাই একতা ডোলত
আহাঁ বন্দী হওঁ সৱে হাঁহি মাতি।
এজনে নোৱাৰে সাধিব যি কাম,
বহুতে কৰিব পাৰোঁ জুম পাতি॥
সময় তাকৰ আহাঁ কাম কৰোঁ,
বকলা মেলাৰ আজৰি নোলায়।

যাৰ যিবা সাধ্য নকৰিলে কাম,
কৰিব লাগিব পিছে হাঁয় হাঁয়।

বেণুধৰ ৰাজখোৱা, বি, এ।

---

৯

খাম্বাজ—ঠুংৰী।

চোৱাঁ আকাশলৈ বেলি ঢুপৰায়া।
চাৰি পাটি নেৰাঁ কিয় অসমীয়া॥
চোৱাঁ ফেচুঁ চৰাই, ডালে ডালে বগাই,
পখী বুধি জানো তোমাৰ নাইকিয়া॥
পাখলা উলাহে, নাচি নাচি গাহে
পৰি আছা তুমি যনে গেৰ-মেটায়া॥
হৰিণা হৰিনো, চৰে এনি তেনি
তোমাৰ এনে গতি কিয় ডাঙ্গৰীয়া।:
প্ৰকৃতি অচেতন, তোমাৰ কলমটিয়ন
বাগৰা-বাগৰি কৰিছা এতিয়া॥
মিৰি গাবো অঁকা, শ্যামা লঠা নগা
সকলো উঠিছে নেপালী খাচিয়া।

নোগোটালে উঠি, ইবেলি এ মুঠি,
কিনো খাবা ককাই হলে দুপৰীয়া ॥
কত একাদশী, কৰিবা আউঁসী,
টানিব কিমান দিন দেহা লঘোনীয়া ॥
অথিৰ অধিৰ হবা, উটিবা বুৰিবা,
বাগিছা কুলিৰো হবা মগনীয়া ॥
হেৰুৱাবা মৰ্য্যাত, নেপাই জাৰনৰ ভাত
অজাতি বিদেশীৰ হবা বহতীয়া ॥
চোৰা বেৰে দিনি, ৰদৰ জিলকনি
কাবৌটি কৰিছোঁ উঠা অসমীয়া ॥
ৰন্নুৱা গীতেৰে, যুজিবা তেজেৰে,
জিকিব পাৰিলে হবা বিনন্দীয়া ॥
হাৰাঁ যদি তুমি, হবা স্বৰ্গ গামী,
কিয় হোৱাঁ আধা মৰা আধা জীয়া ॥
মৰিলে মৰিবা, জীয়া যদি জীবা,
কেলেপ-জেলেপ গুচি হোৱাঁ এদনীয়া ॥

বেণুধৰ ৰাজখোৱা, বি, এ।

১০

ঝিঁঝিট—একতালা।

আহা আজি (সৱে) আনন্দ মনে
দুখুনী আসাম মাতৃ চৰণে,
প্ৰণিপাত কৰি একান্ত মনে,
ধন্য কৰোঁ এই জীৱন।
সকলোৱে আমি একেলগে মিলি,
খিয়লা-খিয়লি পাহৰোঁ সমূলি,
হৃদয়ৰপৰা পেলাওঁ উভালি,
কাঁইটীয়া হিংসাৰ বন।
সাহৰ জৰিবে মেৰোৱা হৃদয়,
ব'লা আগুৱাওঁ নাই একো ভয়
বিংশতি শতিকা কাৰ্য্যৰ সময়,
নেথাকিবা হৈ অচেতন।
নকৰিবা ভয় দেখি ৰণ ঠাই,
গুচুৱা দুৰ্নাম গুচুৱা বিলাই

পৰম ঈশ্বৰ আমাৰ সহায়
কিয় তুমি চিন্তা মগন ।

বেণুধৰ ৰাজখোৱা, বি, এ ।

---

১১

অহং—একতালা ।

উঠাঁ একে চিপে অসমীয়া ভাই,
বান্ধা কঁকালত টঙ্গালি আঁটি ।
লোৱা বীৰ সাজ, দিয়া দলিয়াই
কেঁচুৱা লৰাৰ আগৰ গাতি ॥
ৰণ ধ্বজা ধৰি বলা আগুৱাই,
তেজাল খোজত কঁপোক মাটি ।
জানি লোৱা ভাই এৰিবৰ হল,
গুনা খনিয়াৰ লাহাৰি ছাটি ॥
উঠি কাম কৰা, এৰি দিয়া তুমি,
জুহাল গুৰিৰ কলা ঘুমটি ॥
ইমানতে ভাই চোৱাঁ চকুমেলি,
কানি ধোৱাঁ-খোৱা পেলোৱা কাটি ॥

সুঁৱৰি তোমাৰ এনুৱা বিলাই,
যাব খোজে হায় বুকু যে ফাটি।
পেলোৱা এছাৰ মাৰি সোৰোপালি,
নেথাকিবা আৰু হাত সাবটি
সকলোৱে কাম কৰা এক মনে,
পুৱাব তেতিয়া দুখৰ ৰাতি॥
নহলে নিশ্চয় অভিধান মেলি,
নেপাবা আৰু অসমীয়া জাতি॥

বেণুধৰ ৰাজখোৱা, বি, এ।

---

১২

ঝিঁঝিট খাম্বাজ- পোস্তা!

আহাঁ বন্ধু বাহু মেলি যাওঁ কৰ্ত্তব্যৰ পিনে।
মাতে সভাতাৰ বাঁহী একে ৰাহে ৰাতি দিনে॥
সংসাৰ বলিয়া শুনি, আজি এই বাঁহী ধ্বনি,
কিয় আমি সুখ বাঁহী, শুনিও নুশুনো কাণে॥

বেণুধৰ ৰাজখোৱা, বি, এ।

১৩

অহং—একতালা।

উঠি কাম কৰা কামী কলি যুগ,
কামেই অমৃত কাম সুখ ভোগ।
কামৰ উদ্দেশে মানুহ জীৱন,
কাম অবহেলা কৰিছা কিয় ?
সংসাৰী ধৰম জানিলোৱা কাম,
কামেই তোমাৰ পুৰুষালি নাম।
পৰমাৰ্থ নাই কাম বিনে ভাই,
কামেহে তোমাৰ বান্ধৱ প্ৰিয় ॥
যেতিয়া তোমাৰ কামেই জিৰণি,
যি দিনা হে কাম তোমাৰ টোপনি।
সি দিনা লভিবা স্বৰ্গ, মোক্ষধাম,
আগতে দেখিবা জগত-জীৱ ॥
ঘূৰোৱাঁ উলাহে কামৰ চকৰি,
নকৰা, লগতে যোৱা খোজ কাঢ়ি।

ঘূৰিছে পৃথিৱী কিবা দিন-ৰাতি,
তুমিনো জিৰাব লাগিছে কিয় ?

বেণুধৰ ৰাজখোৱা, বি, এ।

---

১৪

ভূপালী—ঢিমা তেতালা।

আজি একতা, আনন্দ লতা,
লগাই কি বেথা, বগাই যায়।
জীৱন-বিৰিখ, হল ফল থিয়,
প্ৰেমৰ হেঁপাহে, সিপোনে চাই॥
বতাহৰ ছাটি, লাগি হলে গাটি,
ভয় পাই আতি থৰথৰি প্ৰাণ।
একো শঙ্কা নাই, উৎসাহৰ শিপা
মাটি খানি বহু দূৰলৈ যায়॥

বেণুধৰ ৰাজখোৱা, বি, এ।

১৫

ঝিঝিট—দাদৰা।

আশাৰ কুলিয়ে গায সুললিত কু-উ গান।
ৰিণি ৰিণি আহে মাত, লাগে কিনো চেঁচা কাণ॥
সুখৰ বসন্ত ৰায়, সুধাৰ মলযা বায়,
দূৰ ৰাজ্য এৰি ভাই আহি দিযে সুখ জান।
নিৰাশাৰ শীত-কাল, নেথাকিব চিৰকাল,
এই যে আমৰ ডাল, তাতে কুলি লব থান॥

বেণুধৰ ৰাজখোৱা, বি, এ।

---

১৬

ললিত—আড়াঠেকা।

পূৰুব গগনে উষা, চোৱাঁ চোৱাঁ লগৰাযা।
ওলাব সুখ-সূৰুয কৰি দিশ জেউতীয়া।
চোৱাঁ আশা মিটিকায, আৰু ভয়-ভ্ৰান্তি নাই,
জানিবা হে অন্ত হল দুখৰ ৰাতি কলীয়া॥

সুখৰ পূৰ্ব্ব কটকী, মাতিছে চৰাই জাকি,
ঈশ্বৰৰ গুণ গাওঁ, আহাঁ ভাই অসমায়া।
বেণুধৰ ৰাজখোৱা, বি, এ।

---

১৭

সাহানা—ঝাঁপতাল।

আহাঁ সবে বন্ধুগণ দুখ পৰিহৰি,
কৰিবোঁ উৎসৱ সৱে মহাৰঙ্গ কৰি।
শুভদিনে শুভক্ষণে, যত ভাই বন্ধুগণে,
কৰাঁ আলিঙ্গন সৱে সহোদৰ ভাৱে।
সুখে সিঁচা প্ৰীতি-ফুল মন প্ৰাণ ভৰি॥
সকলে প্ৰফুল্ল চিতে, দিয়া মন দেশ-হিতে,
দেহে প্ৰাণ থাকে মানে কৰাঁ এই পণ।
সাধিবা দেশৰ হিত আন কাম এৰি॥
সত্যনাথ বৰা, বি, এল্।

---

১৮

লুম ঝিঁঝিট—পোস্তা।

বহল জগত মাজে মই অনাথিনী নাৰী।
অনাই বনাই ফুৰোঁ নাই মোৰ ঘৰ বাৰী॥

কান্দিবৰো শক্তি নাই,
মৰিলোঁ মৰিলোঁ হাঁয়,
নাইনে এজনো পুত্ৰ নাতি মোৰ পুতৌ-কাৰী।
কণ্ঠাগত প্ৰাণ আজি,
বিধতাৰ কিনো বাজী,
আছিলোঁ ৰজাৰ ৰাণী, এতিয়া পথৰ মাগনী॥
মোৰ পুত্ৰ কত জন,
বুদ্ধি স্বৰ্গ নাৰায়ণ,
ৰুদ্ৰসিংহ স্বৰ্গগামী হৃদয় মোৰ বিদাৰি।
অমৰ জীৱন কিয়,
দিলা মোক জগজ্জীৱ,
মৰোঁ যেন এতিক্ষণে যদিহে মৰিব পাৰি॥
বেণুধৰ ৰাজখোৱা, বি, এ।

---

১৯

সাহানা—ঝাঁপতাল।

আহাঁহে আহাঁহে আহাঁ উলাহেৰে,
সকলোৱে মিলোঁ আজি মনৰ প্ৰীতিৰে।

একেলগে একে মনে, সকলোৱে প্ৰাণে প্ৰাণে,
বন্ধা-বন্ধি হওঁ আহাঁ মিলৰ জাৰৰে।
পুৰণি বছৰ গ'ল, নতুন বছৰ হ'ল,
নতুন উছাহ বান্ধাঁ হিয়াত ৰঙ্গেৰে।
বিভুপদ শিৰে ধৰি, সাহত নিৰ্ভৰ কৰি,
উন্নতি বাটত লৰাঁ মনৰ বেগেৰে।
কিনো আজি শুভদিন, বাজিছে সুখৰ বীণ,
একতা নিচান আজি উৰিছে সুখেৰে।
আহাঁহে ভকতি ভাৰে, খাটোঁ ঈশ্বৰক সৰে
হয় যেন এনে দিন বছৰে বছৰে।

চন্দ্ৰধৰ বৰুৱা।

---

২০

বিভাস—একতালা।

শুভ বছৰৰ শুভ দিন আজি,
শুভ উদ্দেশেৰে সকলো চাপিছে;
শুভ উদ্যমৰ শুভফল দেখি,
উলাহেৰে হিয়া উপচি পৰিছে।

হৃদয় বীণত উলাহ মাতেৰে,
উলাহৰ সুৰ বাজে উলাহেৰে,
উলাহৰ চিন কিনো জেউতিৰে,
মুখে মুখে আঁজি বিৰিঙ্গি পৰিছে।
উলাহেৰে আজি কুলিয়ে গাহিছে,
প্ৰতিধ্বনি তাৰ সুৰত বাজিছে,
তালে তালে তাল বতাহে ধৰিছে,
হালি জালি জালি পদুমে নাচিছে।
উলাহেৰে আজি ফুলনি ফুলিছে,
উলাহেৰে আজি মলয়া বলিছে,
প্ৰকৃতি দেবীয়ে উলাহতে আজি,
উলাহৰ সাজ লাহেৰে পিন্ধিছে।
আহাঁ আমি আজি ভকতি ভাৱেৰে,
ঈশ্বৰক সেৱা কৰোঁ সলাগেৰে,
যাৰ কৃপাগুণে দিনে দিনে দিনে
কুমলীয়া এই কলিটি বাঢ়িছে।

চন্দ্ৰধৰ বৰুৱা।

২১

খাম্বাজ—আড়খেম্‌টা।

মিলেৰে আজি ৰঙ্গতে মজি
মিলেৰে হিয়া বুৰোৱাঁ হে।
মিল মনেৰে মিল ভাবেৰে
মিল ৰসেৰে মজোৱাঁ হে॥
বলোক মিল মলয়া ধীৰ,
নাচোক আজি মিল নিজনে,
বাজোক মিল বীণ মধুৰ,
গোৱাঁহে আজি মিলৰ গান;
প্ৰাণে প্ৰাণে মনে মনে মিলেৰে আজি
মিলোৱাঁ হে।
এৰাঁহে আজি হিংসা দ্বেষ,
এৰাঁ অপ্ৰীতি এৰাঁ অমিল,
এৰাঁহে এৰাঁ কপট ৰোগ,
শিকাঁহে প্ৰেম হোৱাঁহে মিল;
হিয়াই হিয়াই আজি (প্ৰেমৰ ৰাজ)
বঢ়োৱাঁ হে॥

চন্দ্ৰধৰ বৰুৱা।

## ২২

খাম্বাজ—চৌতাল।

উদিছে সুদিন কিনো শুভদিন
চোৱাঁ চোৱাঁ আজি জুৰুৱাঁ নয়ন।
নতুন সুৰেৰে নতুন তালেৰে
উলাহেৰে বাজে হৃদয়ৰ বীণ॥
স্বৰগৰ পৰা ঢালিছে সুতান
শান্তি সুখ-ময় সুমঙ্গল গান
নতুন পোহৰ ঢালে বিভাকৰ
নৱ সাজ ধৰি শোভিছে গগন।
ফুলনিয়ে আজি কিনো উলাহেৰে
নৱ সাজ পিন্ধে নতুন ফুলেৰে
নৱ মলয়াই ৰঙ্গেৰে বিলায়
নতুন ফুলৰ ঘ্ৰাণ বিতোপন।
নতুন ৰঙ্গেৰে নতুন লাহেৰে
শোভিছে জগত নতুন সাজেৰে
সুমঙ্গলময় দিন সুখময়
চোৱাঁ চোৱাঁ আজি জুৰুৱাঁ নয়ন॥

চন্দ্ৰধৰ বৰুৱা।

২৩

ইমনকল্যাণ—তেওৰা।

গম্ভীৰ ৰাগিণী মোহন সুৰ ধৰি

বাজাঁ বাজাঁ আজি হিয়া বীণ।

গোৱাঁ গোৱাঁ সম্মিলন সুখ গান

বাজাঁ সাজি হিয়া বীণ।

আজি মঙ্গল মোহন মধুৰ অতি সুন্দৰ

বিতোপন দিন;

নাই হিংসা দ্বেষ, ৰাজিছে ৰঙ্গেৰে

সুহৃদ-মিলৰ প্ৰীতিৰ চিন।

প্ৰাণে প্ৰাণে মিলি আমি হওঁ আজি লীন;

জীৱন জুৰি পৰাণ ভৰি

থাকে যেন এনে চিন॥

চন্দ্ৰধৰ বৰুৱা।

২৪

টোড়ি ভৈৰবী—কাওৱালী।

আজি মিলন সঙ্গীত গোৱাঁহি।

মিল মনে মিল ভাবে সৱে মিলাঁহি॥

হিংসা দ্বেষ পাহৰি ;
আহাঁ মিলেৰে সৱে মিলাঁহি
আহি মিলেৰে
নৱ ভাবেৰে, একতা ডোলে, বান্ধাহি সৱে ;
মিল মনে, মিল প্ৰাণে, মিলাঁহি সৱে ॥

দেবেন্দ্ৰনাথ বৰুৱা।

---

২৫

অহং—একতালা।

উঠাঁ উঠাঁ উঠাঁ সৱে
নিদ্ৰিত আসাম জগাওঁ আজি।
বীৰৰ তেজে, বীৰৰ সাজে, ওলোৱাঁ সকলো
ওলোৱাঁ সাজি ॥
কোমলাঙ্গৰা আসাম জননী
যুগে যুগে হোক বীৰ-প্ৰসবিনী,
আনন্দে মাতোক বিহগ কুল,
জননী আসাম নিচেই দুখীয়া,
দুখীয়া সন্তান আমি অসমীয়া,

কোন দিনা হাঁয়! গুছিব যাতনা,
কেতিয়া পুৱাব দুখৰ ৰাতি ॥
দলে দলে মিলি উলাহ মনে,
উঠোঁগৈ আহাঁ উন্নতি সোপানে,
জীৱন যুজত প্রফুল্ল মনে,
দিওঁ আহাঁ সবে জীৱন বলি ॥

বিনন্দি ৰাম।

---

২৬

খাম্বাজ—ঢিমাতেতালা।

আজো মেৰে প্যাৰা মাই
ভুখামে মৰ্‌গেইওঁ ৰে।
ভুখামে মৰগেইওঁৰে মেৰে
গৰাব আসাম মাইৰে ॥
মাহি নিকলে মুঁমে বাত্‌
জান যায়েগা থোৰি বাদ্‌
কোনি কাম কৰো বত্‌লাও
কাঁহাঁ দানা মিলেৰে ॥

বেণুধৰ ৰাজখোৱা, বি, এ।

২৭

মিশ্র ঝিঝিট---কাওৱালী।

উঠাহে অসম মাতৃ, শুনা শুনা
এফেৰি আশা কথা।
তোমাৰ নিলাই যাব, জানো বাঢ়িব
সৌভাগ্য-লতা॥
দুৰ্গতি দেখি এনেকুৱা, অসমীয়া,
আজি উঠিছে, এৰিছে কাল নিদ্রা,
তেও যেন যায় বুকু ফাটি,
বাগৰি যায় শোক বায়ু ছাটি,
কান্দোতে পৰে চকুলো ধাৰি,
দেখোঁ হেৰা কিবা আশা-কণা।
চোৱা চোৱা মাতৃ দুখুনী উঠি তোমাৰ সন্তান
গাইছে উদ্গনি-গীত, সকলোৰে আজি
এটি প্ৰাণ;
একতাৰে বন্দী হবলই লাহেকেই
দাঙ্গি ধৰিছে হৰিষে শুদ্ধ জৰী,
জানো অসমীয়া তাকে ধৰি

পেলাব পাৰে আগলই ভৰি,
উঠাঁহে মাতৃ কৰোঁ কাকুতি
দেখোঁ হেৰা কিবা আশা কণা।
আজিহে জাতীয় প্ৰেম-ৰস হিয়া
বিয়লি বিযলি জোৰে,
স্মৰিৰি অতীত পাপ সহে যাতনা
বুকুতলি পোৰে,
এই যে অসমীয়া বোৰে, চকুলোৰে,
দেহা তিতাই ফুৰে বলিযা ভাৰে।
ধৰা মোৰ কথা এই ফেৰা,
কাবৌটি কৰোঁ শোক পাটি এৰা,
উঠাঁহে উঠাঁ চেনেহী আই,
দেখোঁ হেৰা কিবা আশা-কণা॥

বেণুধৰ ৰাজখোৱা, বি, এ।

---

২৮

থাম্বাজ—ঠুংৰী।

মুঠিবানে হেৰা তুমি অসমীয়া ?
পৰি আছাঁ কিয় টোপনি-ৰহীয়া ?

সমস্তে পৃথিবী আজি মতলীয়া,
স্বজাতি প্রেমৰ ভাবে ভৰা হিয়া।
নিজাসুখ এৰি জাতীয উন্নতি,
সাধিছে সাহেৰে স্বাৰ্থ কৰি কাতি,
একতা ডোলেৰে সমাজ বান্ধিছে,
গাইগোটা কথা সমূলি এৰিছে,
দৰ্প অহঙ্কাৰ আজি পাহৰিলে,
চোৰা সকলোৰে কেনে মন্ত্ৰ দিলে,
তুমি চেৰ পৰি যাবা অসমায়া
এই মন্ত্ৰ যদি এতিয়া নোলোৱা,
একোৰে দুখীয়া নাছিলা যে তুমি,
জ্ঞানে ধনে তেজে শোভিছিল ই ভূমি,
ভাৰতে যেতিয়া আন্ধাৰত আছিলে,
প্ৰাগ্‌জ্যোতিষপুৰে জ্ঞান বিলাইছিলে ;
যি দিনা ভাৰতৰ স্বাধীনতা কাঢ়ে,
তলতীয়া কৰি মহতালি হৰে,
তেতিয়াও তুমি প্ৰতাপী আছিলা,
দূৰতে আঁতৰাই পৰক ৰাখিছিলা।

এতিয়া নো তেনে কিহে তোমাক পালে,
কিহেনো জুকুলা কানীয়া কৰিলে ?
বাস্তৱতে হেৰা, এবাৰ ভাবি চোৱাঁ,
উন্নতি সুবিধা সকলোটি পোৱা,
উচ্চ হিন্দুধৰ্ম্ম সামাজিক নীতি,
হিন্দু মুছলমান ভাবে-ভৰা প্ৰীতি।
এতেকতে হেৰা উঠাঁ অসমীয়া,
মানুহৰ চিনাকি এতিয়াও দিয়া,
এটি দুটি কৰি যেতিয়া উঠিব,
পৰি থকা জাতি জিলিকি পৰিব।
অসমীয়া নাম, ৰাখা অসমীয়া,
সোঁৱৰা সুদিন খিয়াতি বঢ়োৱাঁ
জাতীয় তেজেৰে দেশ বিয়পোৱাঁ,
শত শত বীৰ তেজস্বী বঢ়োৱাঁ।
জনমোৱাঁ আকৌ লাছিত ৰৰফুকন,
জ্ঞানী যশোমানী ৰজা নৰনাৰায়ণ ;
বীৰদৰ্পে দেখা দিয়ক গদাধৰে,
ধৰ্ম্মনীতি শিক্ষা দিয়ক শ্ৰীশঙ্কৰে,

লুকোৱা বীৰত্ব আকৌ উজ্জ্বলোৱাঁ,
অসমীয়া নামে জগত পোহৰক।
উঠাঁ উঠাঁ তেনে মাতোঁ কাবৌ কৰি,
অপূৰ্ব্ব গৌৰবে অপেক্ষিছে বেৰি,
এবেলি চিনাকি দিয়াঁ সকলোৰে,
কেনে তেজী জাতি আছিলা প্ৰত্যেকে।
অসমীয়া নাম ৰাখা ইতিহাসত,
মনুষ্যত্ব তেজ ৰাখা ই জগতত।

দেৱেশ্বৰ চলিহা।

---

২৯

অহং—একতালা।

এৰাঁ এৰাঁ ভাই! এৰাঁ সোৰোপালি,
থোৱাঁ থোৱাঁ থোৱাঁ আলাহ-নিহালি;
উঠাঁ গিৰসাই কৰাঁ নিজ কাম,
আতৰোৱাঁ হেৰা দুখৰ কুৱঁলি।
নেথাকিব জাৰ নেথাকে ভাগৰ,
দূৰতেই হ'ব শতুৰু আঁতৰ,

ভগা পজা গুচি হ'ব পকাঘৰ,
কৰ্ত্তব্য আগত সবে যাব চলি।
নুবুলি মুখেৰে একো নাইকিযা,
কৰা উলাহেৰে হাতেৰে কাম,
দুদিনৰ পাচে দেখিবা সাক্ষাতে,
নেথাকে তোমাৰ অভাব সমূলি।
কিয লাগে ধন ? মেলি দিযা মন,
তেনে মনে কৰা কাম অবিৰাম,
একতা ডোলেৰে মিলা ভাযে ভাযে,
লোৰা মাৰো, ধনে আছে আশা পালি।
এডাল ডোলেৰে এজনা ঈশ্বৰে,
বান্ধিছে জগত জানা অবিৰত,
তেনে হ'লে ভাই ! থাকি একেলগে,
ঈশ্বৰৰ কাম কৰা মিলিজুলি।
দিযা এৰি হেৰা জুহালৰ গুৰি,
জাৰ, ঘাম, ভয় খোৰা কাতি কৰি,
দিনে দিনে দিন যাবই লাগিছে,

নোপোৱাঁ নোপোৱাঁ কৰি আজি কালি।
ঘৰতে সকলো ধনবস্তু আছে,
বিচাৰি মাথোঁ লোৱাঁ উলাহেৰে,
আলাহ-জাৰত চেঁচাপানী ঢালি,
দিয়াঁ, গুচি যক তাৰ মহতালি।

গোলোকচন্দ্ৰ বৰুৱা।

---

৩০

কেদাৰা—চৌতাল।

কিয় নো পাহৰাঁ, অসমীয়া হেৰাঁ,
চিৰকাল তুমি আছিলা স্বাধীন।
ভাৰতৰ মাজে তোমাৰ জননী
বীৰ-প্ৰসবিনী আছিলে এদিন।
প্ৰকৃতিয়ে নিজে আসাম গঢ়িলে
কাম্য ভূমি পাতি আবৰি ৰাখিলে।
প্ৰকৃতিৰ বন মুনি মনোৰম,
ক'ত আছে এনে আসাম সমান॥

ভগদত্ত বাণে কুমাৰ ভাস্কৰে,
চক্ৰধ্বজ আদি আৰু কত বীৰে,
অখণ্ড প্ৰতাপে মেদিনী কঁপালে
অসমীয়া জাতি আছিলে প্ৰধান ॥
মাধব শঙ্কৰ, অক্ষয় কীৰিতি,
বেদগান গালে কবি সৰস্বতী ;
সকলোকে আজি পাহৰিলাঁ তুমি,
এলাহে ভাগৰে হ'লা অচেতন ॥

ৰাধানাথ ফুকন, এম্, এ, বি. এল।

৩১

ইমন ভূপালী একতালা।

কিয় কিয় কিয় কাঁন্দা দুখুনী জননী হে
তোমাৰ সোণামুৱা, ল'ৰা এনেকুৱা,
উঠিছে এছাৰি টোপনি হে ॥
ভগা ভগা মাত, গালে-মুৰে হাত
আউলী-জাউলী হে।

হ'ব তোমাৰ ভাল, পুত্ৰ পৰিয়াল,
কৰিছে যতন হে।
আশা-কানি আনি, মোছাঁ চকু-পানী,
আঁজলী নিচলী হে।
চোৱাঁ চকু মেলি, শত ল'ৰা মিলি,
কৰে আয়োজন হে।
জানি লবা আই, তোমাৰ বিলাই,
আৰু নেথাকিব হে।
অধম সন্তান, ছিলোঁ এতে দিনে,
টোপনি-মগন হে।
মোহ নিদ্ৰা গ'ল, কাল মায়াজাল,
ছিগিছে ভাগিছে হে।
আথে বেথে ধৰাঁ, তোমাৰ যত ল'ৰা,
লোৱাঁ আঁকোৱালি হে।
মূৰত চুমা খাই, দিয়াঁ পঠিয়াই
শুভ লগ্ন চাই হে।
যাব কৰ্ম্ম-থলী, আনিব বুটলি
সৌভাগ্য-টুপলি হে।

বেণুধৰ ৰাজখোৱা, বি, এ।

৩২

ভৈৰবী—ঢিমাতেতালা।

আজি অকলে অকলে কান্দিছোঁ নিৰলে
ভাৰতৰ এচুকে বলিয়া বতিয়া।
আজি নাইনে হে মোৰ, ই বিষাদ ঘোৰ
গুচাবলৈ কোনো লৰা অসমীয়া॥
আজি যায চাৰিপিনে যত আছে মানে
উন্নতিৰ বাটে মোৰ লগৰীয়া।
আজি পিছ হলোঁ মই অকলই হাঁয়
লগত যাবলৈ কোনো নাইকিয়া॥
আজি এই ঘোৰ বনে ৰাখে মোক কোনে,
মৰিলোঁ মৰিলোঁ নাই আশা-জীয়া।
আজি চিঞৰ বাখৰ কৰে ভয়ঙ্কৰ
হাবিৰ মাজত জন্তু বনৰীয়া॥
আজি চোৰাঁহি এবাৰ মোৰ হাহাকাৰ
আহাঁ অসমীয়া সোনাই ধুনীয়া।
আজি খাবৰ জীবৰ বহু আশা মোৰ
চকু পচাৰতে হব নাইকিয়া॥

আজি মোৰ লৰা-নাতি　　　অসমীয়া জাতি
য'তে য'তে আছা, আহি দেখা দিয়াঁ।
আজি চিত্ত-ভেদী মাত,　　　শুনিছাগৈ তাত
নকৰি গহৰি, আহি ধৰি নিয়াঁ॥
আজি তোমাৰ এই আই,　　　কান্দিছে বিনাই,
চোৱা দীন দশা, অবস্থা দুখীয়া।
আজি সঙ্কটৰ মাজে　　　অনাথিনী সাজে
চেনেহি-জননী অকলসৰীয়া॥

বেণুধৰ ৰাজখোৱা, বি, এ।

---

৩৩

বাগেশ্রী কানেড়া—আড়াঠেকা।

কোনেনো বজাব বীণা, কোনেনো ধৰিব তান,
জাতীয় উলাহে আজি কোনেনো ধৰিব গান।
ভীষ্ম ভীমার্জ্জুন বীৰ,　　　দ্রোণ কর্ণ যুধিষ্ঠিৰ
অতীত গৌৰব আজি, কোনেনো ৰাখিব মান।
জননী জনমভূমি,　　　পৰভোগ্যা পৰাধিনী,
প্রতাপ শিবাজী দৰে কোনেনো অর্পিব প্রাণ!

সিংহদত্ত দেৱ অধিকাৰী।

## ৩৪

অহং—একতালা।

কিয় আছা অসমীয়া এলেহুৱা হই,
মিছাতেই কৰিবা কি এই দেহ ক্ষয় ?
ধৰাহে জাতীয় গান, এৰাহে বিৰহ তান,
একতাৰে বাঁধা প্ৰাণ, এয়েহে সময়।
সোনৰ অসম দেশ, স্মৃতি মাত্ৰ অবশেষ,
উঠাহে নতুবা আজি ইও হব লয়।

সিংহদত্ত দেৱ অধিকাৰী।



# দ্বিতীয় অধ্যায়।

## ধৰ্ম্ম-সঙ্গীত।

১

ইমন-কল্যাণ—একতালা।

জয় জগ বন্দন, কৃতান্ত-বাৰণ
ভবভয়হাৰী, দেৱ দিগম্বৰ।
মুনীন্দ্ৰ-ৰঞ্জন, দুৰন্ত মৰ্দ্দন
মোহান্ধ-বাৰণ, হৰ মহেশ্বৰ।
অচল অটল অজৰ অমৰ
যোগ জ্ঞানময় সুধীৰ গম্ভীৰ;
কল-কল্ ঢল ঢল্ গঙ্গাভাৰ-ধৰ
কৰাহে কৰাহে দয়া তাপিত কিঙ্কৰ।

চন্দ্ৰধৰ বৰুৱা।

২

ভূপ-খাম্বাজ—একতালা।

তুহুঁ দীন তাৰণ, দুষ্ট দমন
ভকত-চিত ৰঞ্জন।
তাপ হাৰী বন-বিহাৰী
বিপদ ভয় ভঞ্জন॥
নবজলধৰ শ্যাম মূৰ্ত্তি
বাল-অৰুণ-কিৰণ-ভাতি,
অগতিৰ গতি, ত্ৰিজগত পতি,
ত্বংহি পতিতপাৱন।
সঙ্কট-হৰ কৰুণা-কৰ
জীব জনম কাৰণ,
অনাথৰ নাথ, পৰম ঈশ্বৰ
প্ৰণমো তয়ু চৰণ॥

ৰাধানাথ ফুকন, এম্,এ, বি, এল।

৩

টোৰি ঢিমাতেতালা।

জয় দুৰ্গা দুৰ্গতি নাশিনী,

হে বিপদ তাৰিণী।

আপদ-নিস্তাৰিণী, তাপক্ষয-কাৰিণী,

সন্তাপহাৰিণী, পতিতপাৱনী

মিলিলে অপায় নৰে শান্তি-ছায়া-দায়িনী॥

লক্ষ্মীৰাম বৰুৱা।

---

ভৈৰবী—একতালা।

হৰি, ভাবোঁ তোমাৰ চৰণ দুটি

বাধা তযু পায়।

ফুৰোঁ বাট হেৰুৱাই দিয়া দেখুৱাই॥

পাপতে নিৰত মন, পাপে নিমগন প্ৰাণ

দয়া কৰাঁ দয়াময় মোহ গুচুৱাই॥

ভৈৰবচন্দ্ৰ বৰুৱা।

৫

ভৈৰবী—ঢিমাতেতালা।

জয় জয় কৃষ্ণ গোলোক বিহাৰী,
দয়াময় দেহিমাং দেহিমাং
চৰণ যুগল পঙ্কজ হৰি।
দৈত্য বিনাশন কালীয় দমন
জয় জনাৰ্দ্দন হৰে মুৰাৰী
কৰা কৃপা প্ৰভু পতিত পাবন
ভকত জন ভয় কাৰণ হাৰী
জগদীশ নাৰায়ণ জয় জয় হৰি।

কনকলাল বৰুৱা, বি, এল্,।

---

৬

পূৰবী—আড়াঠেকা।

ভৱ সাগৰত পৰি কিয় ভোলা হলা মন।
ধৰ্ম্ম পুণ্য বাট এৰি, পাপক লাখুটি কৰি
কিয় ফুৰা সদায় লৰি পাপতে হই মগন।

সোঁৱৰাঁ নিজৰ দেশ, ভজা মন পৰমেশ
সত্য জ্ঞান পূৰ্ণব্ৰহ্ম জগত আদি কাৰণ ॥

অজ্ঞাত।

---

৭

ইমনকল্যান--তেওৰা।

(প্ৰভু) কৰিছোঁ কাকুতি　　দিয়া শুভ মতি
দয়াৰ সাগৰ হৰি,
সকলো অসাৰ,　　একমাত্ৰ সাৰ
দিয়াহে চৰণ-তৰী।
মনে বল দিয়া　　কুপথ এৰিয়া
সজ পথে যাতে চলোঁ
তোমাৰ বচন পালোঁ
(আজি) তযু পদে সেবোঁ হৰি ॥

গিৰীশচন্দ্ৰ বৰদলৈ।

৮

ঝিঁঝিট খাম্বাজ—একতালা।

ভজা হে মন নাৰায়ণ

অনাদি পাতন কাৰণ।

শঙ্খ চক্ৰ গদা পদ্ম

কমল কৰত ধাৰণ ॥

অপাৰ কৰুণা বিতৰি আগে

ব্ৰহ্মাণ্ড পালন একহি ভাগে

সৃজন পালন নিধন কাৰণ জগত তাৰণ ॥

অনন্ত শয্যাত জগত স্বামী,

লক্ষ্মীপতি অন্তৰ্য্যামী

কটাক্ষে গোচৰ অপায খণ্ডন

প্ৰমাদ ভঞ্জন ॥

ব্ৰহ্মা হবে বন্দি নপাৰে মন

নিত্যানন্দ জগত কাৰণ

নমো নিৰঞ্জন দানৱ গঞ্জন

ভকতৰঞ্জন ॥

পদ্মনাথ বৰুৱা।

৯

বেহাগ খাম্বাজ—একতালা।

মনৰ বিকাৰে, চিন্তাৰ সাগৰে
আকুল হৈলোঁহে হৰি।
দিয়াহে সুমতি গুচোক দুৰ্গতি
জীৱন্ততে আছোঁ মৰি॥
হৰা যত দুঃখ, দিয়া শান্তি সুখ
সুখে দুখে যেন প্ৰফুল্লিত মুখ।
তযু কৃপাগুণে, সংসাৰ অৰণ্যে
সুপথ দিয়া বিচাৰি॥

লক্ষ্মীনাথ বৰা।

---

১০

বাগেশ্ৰী—আড়াঠেকা।

দিবা দৰশন প্ৰভু দিবা দৰশন,
চাওঁ যদি মেলি মই হৃদয় দাপোন।
পাৰাহীন কাচ প্ৰায়, অকামিলা হিয়া-হাৰ,
তাতে ভৰি পাপ-ছাই আছে অগণন

নকৰিলে নিজগুণে, নিকা তাক কৰে কোনে?
তাৰোঁতা তোমাৰ বিনে নাই নাৰায়ণ।
পাপৰ মূৰুখ মতি নেজানো ভকতি স্তুতি,
ভৰসা কেৱল দুটি অভয় চৰণ॥

দুর্গাপ্রসাদ দত্ত।

---

১১

সাহানা ঝাঁপতাল।

হৰি পদ চিন্তা কৰা হই এক মন।
হৰি পদ চিন্তা বিনে বিফল জীৱন॥
দুর্ল্লভ মনুষ্য তনু, লভিছ কথম্পি পুনু
হেৰালে নেপায় আৰু যাব অকাৰণ।
হৰিৰ পদকে নিতে, চিন্তাকৰা শুদ্ধচিতে
হৰিহে সৰাৰো গতি জীৱন মৰণ॥

দুর্গাপ্রসাদ দত্ত।

১২

আলেয়া—ঝাঁপতাল।

তৰিলোঁ বেটীয়ে প্ৰভু, তযু দয়া পাই ।
তোমাৰ দয়াৰ হৰি আদি অন্ত নাই ।
তোমাৰ পদতে মতি, থাকে যেন দিনে ৰাতি
তোমাৰে চৰণ ভাবি দিন যেন যাই ;
তোমাৰে প্ৰেমতে পৰি, তোমাৰে চৰণে ধৰি
থাকো যেন মহাৰঙ্গে ভক্তি মধু খাই ॥

দুৰ্গাপ্ৰসাদ দত্ত ।

---

১৩

সাহানা—ঝাঁপতাল।

কিহেৰে পূজিম প্ৰভু। সকলো তোমাৰ,
তোমাৰ গুণকে কৰে জগতে প্ৰচাৰ ।
অনাদি অনন্ত তুমি, মহিমা অপাৰ
নিচেই নিচলা আমি কি আছে আমাৰ ?
নিজৰ শৰীৰ তাতো নাই অধিকাৰ,
তোমাকে তোমাৰ বস্তু দিওঁ উপহাৰ ।

দুৰ্গাপ্ৰসাদ দত্ত ।

১৪

সাহানা—ঝাঁপতাল।

নিচিনি তোমাক প্ৰভু! অকাজ কৰিলোঁ মই;
মৰষি দাসীৰ দোষ, গুচোৱা মনৰ ভয়।
তুমি নেতাৰিলে মোক, তাৰে কোনে দয়াময়?
আজলী তিৰীৰ মতি, সদায় পাপত ৰতি,
কেৱল তুমিহে গতি, জানিছোঁ করুণাময়।
তযু পাদ পদ্মে যেন সদা মোৰ মন ৰয়॥

দুৰ্গাপ্ৰসাদ দত্ত।

---

১৫

ভৈৰবী—মধ্যমান।

থিত হোৱা আহি আই, মোৰ হৃদয়ত,
দুখ পাহৰিম পালে তোমাক বুকত।
হৃদয়ত বহুৱাই হৰষিত হই আই
তযু ভক্তি সুধা খাই, মজিম প্ৰেমত॥

দুৰ্গাপ্ৰসাদ দত্ত।

১৬

বেহাগ— আড়াঠেকা।

হৃদি মন্দিৰত পাই এনে সাধনৰ ধন
বিষয় হাবিত তাক নকৰিবা অযতন।
মুনীন্দ্র যোগীন্দ্র সৱে, যাক যোগ ধ্যানে ভাবে,
দেৱতা সকলো নিতে যাৰ ভাবতে মগন।
যি বুকুত পালে, ৰাজ ভোগো তুচ্ছ বোলে,
সাধু সন্ন্যাসী সকলে পূজে যাৰ শ্রীচৰণ ;
পাপ হৃদয়ৰ জুই, যাৰ নামে নুমুৱাই,
সদাই ৰাখিবা তাক, কৰি অতি সযতন॥

দুৰ্গাপ্রসাদ দত্ত।

---

১৭

ভৈৰবী—কাওৱালী।

দেখাদিয়াঁ আহি হে জীৱনৰ জীৱন
মিছাতে নিয়ালোঁ মই অমূল্য জীৱন।
চাই তযু প্রেম-সুখ দুৰ কৰাঁ সব দুখ
দয়াকৰি এটিবাৰ দিয়া দৰশন।

পাপ সাগৰত পৰি জীৱ মোৰ যায় বুৰি
দি তযু চৰণ তৰী জুৰুৱা জীৱন।

দুৰ্গাপ্ৰসাদ দত্ত।

---

১৮

ভৈৰবী—যৎ।

কিনো আছে প্ৰভু মোৰ দিওঁ চৰণত।
দীন দুখী পাপী মই মজিছোঁ পাপত॥
নেজানো অৰ্চ্চনা স্তুতি সদাই পাপত ৰতি,
দিবলৈ একোকে নাই মরু হৃদয়ত।
পাপৰ জুইৰে পুৰি বোলোঁ মই হৰি হৰি,
শান্তি পানী ঢালাঁ প্ৰভু জ্বলা হৃদয়ত॥

দুৰ্গাপ্ৰসাদ দত্ত।

---

১৯

ইমনকল্যান—আড়াঠেকা।

কি ভাবিছা মন,
মাতাচোঁ তেওঁক মেলি হৃদয় ঢাকন॥

প্র   ৱ ঈশ্বৰ আছি,   হৃদয়ত বহিবহি,

এনেটি সৌভাগ্য কিয় নকৰা যতন।

ভকতি ফুলৰ মালা, ভৰি লোৱা হৃদি থালা,

ওলালেহি প্ৰাণেশ্বৰ কৰিবা অৰ্পণ॥

দুৰ্গাপ্ৰসাদ দত্ত।

---

২০

বাউল সুৰ—একতালা।

কি বুলি তাৰ দিওঁ পৰিচয়;

তেওঁ দয়া নিধি, প্ৰেমৰ বাৰিধি,

দেখিলে নয়ন শীতল হয়।

কোটী সূৰ্য্য গোটালেও তুলনা নহয়;

আকাশ বিয়াপি আছে হই জ্যোতিৰ্ম্ময়॥

দুৰ্গাপ্ৰসাদ দত্ত।

---

২১

জয়জয়ন্তী—ঝাঁপতাল।

চোৱাঁ কেনে প্ৰকৃতিৰ শোভা বিতোপন

গাওঁ আহাঁ বিশ্ববাসী, বিভু-যশ-গান।

উদঙ্গাই হিযাতলি দিওঁ ভক্তি পুষ্পা বুলি,
পূজোঁ প্ৰেম উপহাৰে বিভুৰ চৰণ
নমোঁহে অখিল স্বামী, অগিযানী নৰ আমি,
নেজানো করুণাময ভজন পূজন।
পালো যেন মহাব্ৰত, দিযা বল হৃদযত,
কৰিছো গোহাৰি বিভু! কমল লোচন।

ৰঘুনাথ চৌধাৰী।

---

২২

বেহাগ—একতালা।

মাতিছোঁ শ্ৰীহৰি কৰি কৰজোৰ।
আহাঁ হৰি কৃপা কৰি হৃদয মন্দিৰে মোৰ ॥
বিবুধি সাগৰে পৰি, মাতিছোঁ কাতৰ কৰি,
নেৰিবা তোমাৰ দাসে দেখি পাপী মহাঘোৰ ॥
নিজগুণে দযা কৰি, তাৰাঁ মোক দয়াল হৰি,
অভয় চৰণে সপি দিলোঁ কায-মন মোৰ ॥

সত্যনাথ বৰা, বি, এল।

২৩

বেহাগ—আড়াঠেকা।

কি আছে সংশয়।

হৰি যাৰ জন্মদাতা তাৰ কিবা ভয়॥

শমন শিযৰে যাৰ নাম শুনি,

তেওঁ বিদ্যমান অখিল অৱনী,

পৰিলে প্ৰমাদে মাতিবা কাতৰে,

তাৰিব আহি নিশ্চয়।

যদি যমে দৰে, সুকৰুণ স্বৰে,

কান্দি নিবেদিবা যত মনে ধৰে,

দয়ালু জনক তেতিক্ষণে আহি দিবেক অভয় প্ৰাণে ;

কত মহাপাপী সংসাৰ তৰিছে

বিভু কৃপাগুণে মুকুতি লভিছে

মাতা সবে মিলি কৰিয়া কাকুতি বুলি হৰি দয়াময়॥

সত্যনাথ বৰা, বি, এল।

---

২৪

আড়ানা-বাহাৰ—একতালা।

কিমতে জনাবোঁ মম যাতনা যত অন্তৰে।

দহিছে হৃদয় তনু মহা পাতক নিকৰে॥

অমৃত ভাবিযা, গবল ভক্ষিলোঁ।
নিচিনিলোঁ। নব চকুৰে।
এতিয়া প্ৰভু, সহিব নোৱাৰোঁ
প্ৰবিব ধৰিছে হৃদয়ে।
তুমি কৃপাকৰি, আপোনাৰ গুণে,
দিয়া পাৰ ভব সাগৰে॥

সত্যনাথ বৰা, বি, এল।

---

২৫

বাগেশ্ৰী—আড়াঠেকা।

করুণা বিতৰি প্ৰভু দিয়া শান্তি পদ ছায়া।
মঙ্গল মলয আনি কৰা শুদ্ধ পাপ হিয়া॥
দিয়া জ্ঞান শুভমতি, কাকৃতি কৰিছোঁ অতি,
সংসাৰ অৰণ্যে আজি সুপথ দেখুৱাই দিয়া।
আমাৰ উদ্দেশ তৰু, কুশলে বাখিবা হৰি
তোমাৰ কৃপাত যেন দিনে তাৰ বাঢ়ে কায়া॥

সত্যনাথ বৰা, বি, এল।

২৬

ভৈৰব ঠুংৰী।

জয় দীন তাৰণ, প্ৰভু নাৰায়ণ,
স্তুতি নতি কৰোঁ কিবা হে।
আমি সবে অতি, ক্ষীণ মূৰ্খ জাতি,
কৃপা বিতৰণ কৰিবা হে॥
কৰ্ম্ম-চক্ৰ ঘূৰি, হেৰা চক্ৰধাৰী,
মাৰিছে আমাৰ পৰাণ হে।
দীনহীন জানি, সিঁচি দয়াপানী
ৰক্ষা কৰা ভগৱান হে॥

বেণুধৰ ৰাজখোৱা, বি, এ।

---

২৭

বাউল সুৰ—একতালা।

হৰি, কৰ্ম্ম-নদীৰ মাজৰ পৰা তাৰিবা ইবেলি।
তুমি নেতাৰিলে তাৰে কোনে হেৰা বনমালী॥

নাই বুদ্ধি বল মোৰ, মুঠে নেজানো সাঁতোৰ,
মোকে উদ্ধাৰিবা প্ৰভু আজি, কৰোঁ কৃতাঞ্জলি।

বেণুধৰ ৰাজখোৱা, বি, এ।

---

২৮

মিশ্ৰ খাম্বাজ — একতালা।

ভকতি আজলিৰে পূজো প্ৰভু নাৰায়ণ।
আজি এ শুভদিনে আশা দিয়ে, দৰশন।
মনৰ কুটিলি গল, আশাৰ পোহৰ হল,
আশা ভৰা প্ৰাণে হৰি কৰো আৰাধন॥
আশা লতা লয় লাসে, নাচে হেৰা কাষে কাষে,
কি আনন্দে পূজো আমি হৰিৰ চৰণ॥

বেণুধৰ ৰাজখোৱা, বি, এ।

---

২৯

মিশ্ৰ মুলতান—তিমাতেতালা।

লোৱাহি আনিছোঁ আজি, অতি যতনেৰে সাজি,
আনিছোঁ সাদৰে দেবা ভক্তি উপহাৰ।

হৃদয় আসন যুৰি, উপচি পৰিছে চোৱা,
লোৱা দেৱা ভকতি পুষ্পহাৰ।
আকাশে ঢালিছে ভাতি পোহৰ সুন্দৰ
শাঁতুৰা বলিছে মলয়াই,
ভকতিৰ অঞ্জলি লোৱা, শ্ৰীচৰণ দুটি থোৱা,
ঢালিব থকিছে প্ৰেম ধাৰ,
লোৱাহি লোৱাহি চোৱাহি নিয়াহি
সকলোৰে ভকতি হিয়াৰ;
তুমি শকতিৰ কণা, তুমি মিনতিৰ থল
তুমি ভকতিৰ বল তাৰণি হিয়াৰ॥

দুৰ্গেশ্বৰ শৰ্ম্মা, বি, এল।

---

৩০

ভূপালী ঢিমাতেতালা।

ধীৰ মলয়া বহিছে পুৱা,
গাওঁ সবে আহাঁ প্ৰভুৰে গান।
ফুলে ফুলে দেখা, যাৰ নাম লেখা,
যি জনৰ স্ৰজা ই বিশ্বধাম।

কোটী চন্দ্র তৰা, হোৰে যাৰ পৰা,
যাৰ নামে বয় প্ৰেমৰ নিজৰা;
যি জনৰ নামে, নাশে মৃত্যু জৰা,
ই হেন প্ৰভুৰ অমৃত নাম।

লক্ষেশ্বৰ শৰ্ম্মা, বি, এ।

---

৩১

ইমন বিভাস --আড়খেমটা।

দিয়া দেবি পোহৰ সুন্দৰ।
আহাঁ কমলিনী আহাঁ বীণাপাণি,
বোৱা মধুৰ বীণা মনোহৰ।
লোৱা ভক্তি লোটক ধাৰ,
হৃদয় আসন চৰণ সেৱন
প্ৰীতি ফুল উপহাৰ;
কৰা কৃপা বিতৰণ কৃপাময়ী
দিয়া দিয়া হিয়া পোহৰাই
আহাঁ বাগ্বাদিনী তমোহাৰিণী
হৰাঁ হৰাঁ তম তনয়ৰ॥

চন্দ্ৰধৰ বৰুৱা।

৩২

সিন্ধু-খাম্বাজ— একতালা।

( আজি ) গাওঁ আহাঁ সকলোৱে জয় বিভু জয়।
শলাগ চকু লো ব'ক, প্ৰেমে হিয়া উথলক,
বোলা সবে জয জয জয় বিভুজয॥

গুচোক গুচোক পাপ
দূৰ হোক শোক তাপ
বিমল হওক মন
বোলা বিভু জয।
আমি অতি হীন মতি
তুমি অখিলৰ পতি
কি মতে কৰিবোঁ পূজা
তুমি ব্ৰহ্মময়।
কৰাঁহে কৰাঁহে দয়া
কৰোঁ কোটি কোটি সেৱা
কৰাঁ কৃপা নিজগুণে
প্ৰভু কৃপাময়॥

চন্দ্ৰধৰ বৰুৱা।

---

৩৩

মিশ্ৰ খাম্বাজ কাওৱালী।

হৰিৰ নাম কি মধুৰ কি মধুৰ কি মধুৰ।
মধুময় হৰিৰ নামে মন প্ৰাণ কৰে জুৰ।
হৰিপদ শিৰে ধৰি, বোলাহে মন হৰি হৰি,
পাবা তুমি পৰম গতি ভব দুখ হ'ব দূৰ।
হৰিৰ প্ৰেমত গ'লি নাচি নাচি বাহু তুলি
বোলা আজি হৰি হৰি হৰিৰ নামটি সুমধুৰ।

চন্দ্ৰধৰ বৰুৱা।

— —

৩৮

সিন্ধ খাম্বাজ- দাদৰা।

আহা প্ৰাণসখা আহা প্ৰাণে,
(তুমি) হিয়া জুৰি আছা প্ৰেমৰ মূৰতি
মোহিছা মোহিনী তানে।
জগত তোমাৰে ভৰা তুমি ময় জোন তৰা
ৰূপহি হাঁহিটি তোমাৰে হে দেখো
যেনি চাওঁ ত্ৰিভুবনে।

বতাহে কটকি হই
(সখা) তোমাৰ বাতৰি দিলেহি জানন
তোমোৰা লগতে লই
(সখা) মলয়া ছাতিযে জুৰাৱে হৃদয়
তোমাৰে প্ৰেমৰ গানে।
নবীনচন্দ্ৰ বৰদলৈ, বি, এল।

---

৩৫

কীৰ্ত্তন একতালা।

সংসাৰৰ মাজে অনন্ত দুৱাৰ
আমি অতি ক্ষুদ্ৰ নৰ।
ধূলি খেমালীৰ ই পাপ শৰীৰ
তুমি পিতা জগতৰ॥
সংসাৰৰ বালি সংসাৰৰ ধূলি
সংসাৰৰ পাপ তাপ।
সকলোৱে হায়! খায়, প্ৰাণ যায়
দিয়া শান্তি দিয়া নাথ॥
৺কৃষ্ণপ্ৰসাদ আগৰৱালা।

৩৬

মিশ্র মলতান —ঢিমাতেতালা।

কৰাহে করুণা হৰি, দিয়া তযু পদতৰা,
অপাৰ সাগৰে পৰি দেখা নাই পাৰ।
তোমাৰ চৰণ বিনে নিৰুপায় ই জীৱনে
পদ-তৰা দিযাহে এবাৰ।
মানস কুসুমে মই, তোমাৰ চৰণ
পূজোঁ হেৰা সৰ্পি মন প্ৰাণ —
কি আছে কি দিম হায, অধমৰ একো নাই
কৰো মাথোঁ ভক্তি পুষ্প সাৰ।
উদ্ধাৰা হৰিহে, মাগোহে, অভয চৰণ কৰোঁ সাৰ;
তুমি জগতৰ প্ৰভু, তুমি বিপদৰ বন্ধু
দেশ দেশান্তৰে দেখোঁ মহিমা তোমাৰ।

মাণিকচন্দ্ৰ হাজৰিকা।

---

৩৭

সাহানা—ঝাঁপতাল।

দয়াল হৰি ৰাখা আজি চৰণ তলে।
নসয় প্ৰাণে প্ৰভু আৰু সকলো গ'লে।

জীৱনৰ সুখ-তৰী
লাহে লাহে ডুবিল হৰি
হিয়াৰ মাজৰ আশা কালৰ সোঁতে সকলো নিলে।
কত বিপদ শিৰত লৈ
কত দুঃখে কান্দিছো মই
কত ভয়ে মাতিছোঁ তোমা সদয় মৰণকালে।
জীৱনৰ সন্ধিয়া বেলা
নাইনে আৰু আপোন বোলা
(তুমি) তুমি আছা মাথোন বিপদবাৰণ তোমাকে বোলে।

দুৰ্গেশ্বৰ চাংকাকতি।

---

৩৮

টোড়ি—ঝাঁপতাল।

ধুলাখেলা সামৰিলোঁ,
কালৰ খেলা কাষ চাপিলে।
সেৱা তোমাৰ নহল প্ৰভু
মোহিলে মন মায়াজালে।

কান্দিবলৈ জনম ললো
নিজে কান্দি কন্দুৱালো
ই জনমৰ গল কামনা
ৰাখা এবে পদতলে।

দুর্গেশ্বৰ চাংকাকতি।

---

৩৯

ভাগেশ্ৰী ঝাঁপতাল

তোমাকেহে কৰো প্ৰভু জীৱনৰ লক্ষ্যমোৰ,
সংসাৰ সাগৰে যেন গুচোৱাঁ যাতনা ঘোৰ।
যেতিয়া অভাগা নৰে দুখৰ মাজত পৰে,
তোমাৰ নামেৰে তাৰ পৰেহে দুখৰ ওৰ॥
দীঘল বাটত পৰি আছিচো ভাগৰি হৰি,
নিয়া মোক আগুৱাই যাব লাগে বহুদূৰ।
মিছা জীৱনৰ খেলা মিছা ই সুখৰ মেলা,
নেপালে তোমাৰ প্ৰভু জেউতি সি স্বৰগৰ।

যতীন্দ্ৰনাথ দুৱৰা।

৪০

সুৰট মল্লাৰ—একতালা।

কোনেনো জ্ঞানে কিবা প্ৰযোজনে

হে দেৱ অৰণ্যে আছিলোঁ মই।

ৰাধিকা ৰঞ্জন বিপদ ভঞ্জন

জানা সকলোকে প্ৰভু দযামষ।

সুমধুৰ ৰাম নামামৃত পানে

মত্ত মোৰ প্ৰাণ নেযায অন্য পিনে

হৰিপদ ভাবি ফুৰো হাবি হাবি

মতি গতি মোৰ হৰি পদাশ্ৰয॥

বিনন্দিৰাম।

---

৪১

ভৈৰবী—একতালা।

পৰিণাম পাহৰি, মাযাজালে পৰি

অনুতাপানলে দহিছে প্ৰাণ

অতি দূৰে দূৰে পৰ্ব্বত কন্দৰে

বিষাদৰ সুৰে গাইছোঁ গান।

নিস্তব্ধ নিতাল বিশাল ধৰণী
ঘোৰ অন্ধকাৰে ঢাকিছে মেদিনী,
পাপানলে প্ৰাণ জ্বলা-কলা হ'ল
কি উপায়ে হৰি পাম পৰিত্ৰাণ ॥

বিনন্দিৰাম।

---

৪২

খাম্বাজ একতালা।

পতিত পাবন, দুৰিত হৰণ,
বিপদবাৰণ হৰি।
করুণা কিৰণ, কৰাঁ বিতৰণ
চোৱাঁ অধমক ফিৰি ॥
সংসাৰ সাগৰে ডুবি পৰি ৰলোঁ,
কত পাকে পৰি জ্বলা-কলা হলোঁ,
উদ্ধাৰাহে হৰি শৰণ পশিলোঁ,
তুমিহে উপায় তৰী ॥

সিংহদত্ত দেৱ অধিকাৰী।

৪৬

নীলকমলতুল্যমমল ৰোচিৰ তুল মঞ্জুলম
চন্দ্ৰবদন দণ্ড বসন বেণুনদন মঙ্গলম।
ৰুচিৰমুচ্চ শিখি সুপুচ্ছ কুসুম গুচ্ছচূড়কম
বিবিধভূষমতিসুবেশমিহ ভজাঘনাশকম্॥

অনুবাদ।

ভৈৰবী- একতালা।

নীল সুকমল নিচিনা বিমল
তোমাৰ শোভাৰ তুলনা নাই,
পূৰ্ণচন্দ্ৰ মুখ মনে অতি সুখ
মধুৰ মুৰলী ফুৰাহে বাই।
মুৰত সুন্দৰ ম'ৰা পাখী ধৰা,
ফুলমালা গঢ়া জল-মল চূড়া
নানা অলঙ্কাৰ মোহন আকাৰ
পাপহৰ, নমো মুৰ দোঁৱাই।

লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী।

৪৪

দেশ মিশ্র একতালা ।

মাধৱ দেহি চৰণতৰা
বিশ্ব ব্রহ্মাণ্ড পাতা ।
ধৰ্ম্ম অর্থ কাম মোক্ষ চতুর্ব্বর্গ ফলদাতা ;
নমো দেৱ, দেবাদেৱ, ভবে যাক কৰে সেৱ ॥
কৃপা সাগৰ, ভকত বান্ধৱ,
কলিৰ কলুষ নাশন ;
তাপী তাপ হাৰা, মুকুন্দ মুৰাৰী,
সৃজন পালন কাৰণ ;
হযাসুৰ নাশ কাৰণ,
ধৰণী ভাৰ হৰণ ;
মণিকূট গিৰি অধিষ্ঠাতা,
নমো দেৱ বিশ্ব বিধাতা ;
নমো দেৱ, দেবাদেৱ, ভবে যাক কৰে সেৱ ॥

বিষয়চন্দ্র বিশ্বাসী ।

# তৃতীয় অধ্যায়।

## শোক-সঙ্গীত।

১

বাগেশ্ৰী আড়াঠেকা।

হায় নিদাৰুণ বিধি কিনো শত্ৰুক সাধিলা।
আজলি অসম বুকে শোকৰ চিতা জ্বালিলা ॥
আনন্দ গুণাভিৰাম, উজ্জ্বলি তুখুনা নাম,
আছিলে বুকু জুৰাই, অকালতে মোহাৰিলা ॥
সাহিত্যৰ আকাশৰ এটুক কবি পোহৰ,
জ্বলিছিল হেমচন্দ্ৰ, তাকো আজি গৰাসিলা ॥
নিমাসিত মাতৃভাষ, তাৰ কি কৰিলা দশা,
চালুকীয়া কালতেই ঘাট-মাউৰা কৰিলা ॥

হেমচন্দ্ৰ গোস্বামী।

২

ভীমপলশ্ৰী--একতাল।

কিয় শুনো এনেয়ে সদায়,

একেটা ৰাগিণী কোনে গায় ?

শুনিছিলোঁ একে থিৰে

তাহানি তোমাৰ সুৰে,

কতনো অমিয়া ধাৰা

ঢালিছিলে হাঁয়!

একে সুৰে আছে গঁথা;

সকলো তোমাৰে কথা,

তুমি বিনে শূন্য হিয়া,

আজি উঠিছে আবাৰ!

নাই গোৱা কোনেও তুনাই ॥

লক্ষ্মীৰাম বৰুৱা।

---

৩

বাগেশ্ৰী - আড়াঠেকা।

আসাম গৌৰৱ মণি শিব বৰা ক'লৈ গ'লা।

ক্ষণজন্মা ৰূপে থাকি ক্ষন্তেকলৈ পোহৰালা ॥

সুসভ্য সুন্দৰ ফুৰি,
যতনে আনি বিচাৰি,
প্ৰথমে বিজ্ঞান জ্ঞান আসামত বিতৰিলা ॥
উদাৰ ভাবেৰে ভৰা
সকলোৰে "প্ৰিয়-বৰা"
দুখীয়া জনম ভূমি নাম তুমি জিলিকালা ॥

লক্ষ্মীৰাম বৰুৱা।

---

৪

ভীমপলশ্ৰী— একতালা।

কত আৰু সহিম বিলাই,
জনম দুখিনী আতি মই।
সুপুত্ৰ যি এটি উঠে,
অভাগী অদৃষ্ট দোষে,
মাতৃদুখে অভিমানে,
এৰি গুচি যায়;

এৰিলে আনন্দৰামে,
সিদিনা বৰুৱা হেমে,
বিদাৰিলে হিয়া মোৰ,
ফাঁকি দি পলাই ;
আজি আকৌ এৰিলে "বৰাই" ॥

ৰাধানাথ ফুকন, এম, এ, বি, এল।

---

৫

পূৰবী—আড়াঠেকা।

বাজে ক'ত আজি বীণা,
ৰিণিকি ৰিণিকি সুৰে।
সংসাৰ সিপাৰে কোনে,
জিলিকি জিলিকি উৰে ॥
পৰিছে ইপাৰে ছাঁয়
শোকত সন্তোষ লয়
মৃত্যু মুখে যশ-তৰা
ধিমিকি ধিমিকি ঘূৰে ॥

অসম আকাশ আজি
বিচ্ছেদ-ডাৱৰে ঢাকি,
"বি-এ-জগন্নাথ" বিনে,
　বিনাইছে চকু-লোৰে ॥
লক্ষ্মী স্বৰস্বতী আই
একেলগে এৰি যায়
অকালে এৰিলে দেখি
　"জগ-ৰায় বাহাদুৰে" ॥

পদ্মনাথ বৰুৱা।

---

৬

পাহাড়ী মিশ্র—আড়াঠেকা।

হায়! বি-এ জগন্নাথ চোৱাঁহি এবাৰ হে।
তোমাৰ বিহনে আজি আসাম এন্ধাৰ হে ॥
তুমি আসামৰ প্ৰাণ,
আসাম তোমাৰ ধ্যান,
সৰ্ব্ব জনে তুমি বিনে, কৰে হাঁহাকাৰ হে ॥

নাই তুমি, কোনে মাতে
অজলা প্ৰজাৰ হকে,
এনে অসময়ে আজি কথা একেষাৰ হে ॥
ভাৰত-ঈশ্বৰে বাৰু
কাক মাতি দিব আৰু
তোমাৰে হে যোগ্য সেই অমূল্য আসন হে।
তোমাতে উদয় হ'ল
তোমাৰে লগতে গ'ল
এতে দিনে ভাগ্য-ৰবি অস্ত আসামৰ হে ॥

ৰাধানাথ ফুকন, এম, এ, বি, এল।

---

৭

বাগেশ্ৰী—আড়াঠেকা।

কতনো জীয়াতু আৰু
সহিম দুখুনী প্ৰাণে।
এটি এটি কৰি দেখোঁ
এৰে সৱ সুসন্তানে ॥

মাধৱ চন্দ্ৰকো হাঁয়

হৰি নিলে বিধতাই

লভিলে যি জনে উচ্চ সম্মান আপোন গুণে ॥

ৰামায়ণ প্ৰকাশিলে,

মাতৃস্নেহ দেখুৱালে,

এন্ধাৰ আসাম আজি

ই হেন মাধব বিনে ॥

দেৱেশ্বৰ চলিহা ।

---

৮

মিশ্ৰ খাম্বাজ—একতালা ।

সখি হে ! আমাৰ কোনেনো আজি

পদুম পাহি হৰি নিলে,

কৰোঁতে ধেমালি লগৰি লগে

পদুম আমাৰ হৰি নিলে ।

শৰত কালৰ পুৱঁতী বেলিতে

প্ৰকৃতিৰ শোভা চাওঁতে চাওঁতে,

হাহোঁতে মাতোঁতে উঠোঁতে বহোঁতে

ৰঙ্গমনে সখি ! উমলি ফুৰোঁতে,

লুকাল পদুম কেনিবা সখি।
নেপালোঁ ক'তো বিচাৰি বিচাৰি,
আৰ্ত্তৰৰ পৰা কোনোবা নিঠুৰে
পদুম আমাৰ নিলে হৰি।
স্নেহৰ পদুম চোৰাঁহি ভাই।
বন্ধুগণে তয়ু কান্দে বিনাই,
থাকি থাকি সবে কৰে হাঁয হাঁয
পদুম আৰু নাহে দুনাই,
কৰিবা অনন্ত-সুখশান্তি ভোগ
যোৱাঁ বন্ধুবৰ। স্বৰগলই,
সামৰি কৰ্ত্তব্য আমিও এদিন
তোমাৰ লগত মিলিম গই,
হাঁহি মাতি হাঁয। আছিল সদায
আমাৰ লগতে ঘৰ খনি কৰি,
অকস্মাত আজি কোনেনো সখি!
পদুম আমাৰ নিলে হৰি।

তীৰ্থনাথ ফুকন।

৯

.লুম ঝিঝিট — পোস্তা।

পিৰালি-দাঁতিতে বহি, কান্দিছোঁ দুখুনী বাৰী।
কাঠৰ কঠুৱা কোনে, কুটুমক নিলে কাঢ়ি।
চুলি মোৰ ফপৰীয়া,
হিয়া মোৰ কৰ্কৰীয়া,
মনৰ দাহত দিলোঁ, কেৰু মণি দলি মাৰি।
ৰিহাৰ আঁচল লই
মোহাৰি পেলালোঁ, অই,
সেন্দুৰ-গুৰিৰ মোৰ, ৰাঙলী ফোঁটৰ সাৰি।
চকুও নুফুটে মোৰ,
বিধি নিদাৰুণ ঘোৰ!—
সেই আচলকে লই, চাই থাকোঁ লাৰি চাৰি।
সংসাৰত মই আহি,
সোতঁতেই গ'লোঁ ভাহি,
ৰাখে মোক কোনে আৰু পেলালে কালে এছাৰি।

ধেমালি ভাৱনা বিয়া,
একো মোৰ নাইকিয়া,
নিৰলে কান্দিছোঁ আজি, এজনী দুখুনী নাৰী।

বেণুধৰ ৰাজখোৱা, বি, এ।

---

১০

বাগেশ্ৰী—আড়াঠেকা।

হিয়া জুৰি হেৰা মোৰ, নাচিছিলে আশা-নই।
ফেনে ফোতোকাৰে কত, শত শত ধাৰা বই।
কিনো বিধতাৰ বাজী,
শুকাল সমূলি আজি,
তেনে শত ধাৰা পানী, চোৱাঁ চোৱাঁ কেনেকই।
হিয়াত ওলাল মোৰ,
কত মৰুভূমি বোৰ,
পুৰিছে এতিয়া মোক, সমূলি মৰিলোঁ অই!

বেণুধৰ ৰাজখোৱা, বি, এ।

১১

সাহানা—ঝাঁপতাল।

কিয় সৰি গলা গোলাপ ! কলিকতা-ফুলনীত।
কান্দিছে আসামে আজি তব শোকে জৰ্জ্জৰিত।
জনমিলা আসামত, ফুলিছিলা বিদেশত,
বঢ়ালা গৌৰব জন্মভূমিৰেহে নিতে নিত।
উৎসাহ-মলয়ে নিয়া, গুণগণে বিয়পোৱা,
(তোমাৰ) চিকিৎসা-সুৰভি-গন্ধে আমেৰিকা
আমোদিত।
কোন সতেৰে নো মাক এৰিলা হেৰা গোলাপ !
চকু ফুৰাই চালা মাথোঁ এবাৰ মনে হৰষিত।
কোনে নো তোমাৰ ঠাই, পূৰাব এতিয়া হাঁয় !
উপাধি-ভূষণে কাক কৰিবনো বিভূষিত ?
তোমাকে আশ্ৰয় পাই, আছিলে সুখে বগাই,
অণুবালা লতা জঁয়, পৰে আজি অবনীত।
হেৰা তিনি ডিচেম্বৰ ! তুমি আমাৰ ভয়ঙ্কৰ,
কিয় সৰুৱাই নিলা গোলাপ আমাৰ প্ৰফুল্লিত।

শিব-জগ-মাধৱৰ অলপতে সৰিবৰ,—
তুমিও সৰিলা অ'-হ'! ইকি! আমাৰ অথন্তৰ!
ওপজালে দুখকৰি নেদেখিলে চকুভৰি,
সিহেতু আসাম মন ঘনে আজি বিদলিত ॥

গোলোকচন্দ্ৰ বৰুৱা।



# চতুৰ্থ অধ্যায়।

## প্ৰণয় সঙ্গীত।

### ১

সিন্ধু খাম্বাজ—দাদৰা।

কুলি কিয়নো কু-উ-কু গালি।
( কিয় ) পাহৰণি খিনি সোঁৱৰালি আজি
তাঁহানিৰ কথা ক'লি।
যদিহে মৰম বেথা,
কলিজাত নাই লেখা,
মউ সনা মাত শুনালি আকউ
কিয় আহি দেখা দিলি।
এনেনো কিয় কৰিলি,
( কুলি ) যি লাগে তাকে, ফিৰি নিব পাৰ
পাহৰণি ফেৰা এৰি ;
ভালপোৱা কিনো তোতে শিকিলো,
এৰিলি নিৰাশা কৰি।

লক্ষেশ্বৰ শৰ্ম্মা, বি এ।

২

ভৈৰবী—কাওৱালী।

পাৰোতেনো দিওঁ আহি আপুনি বিদায়,
পুলিতে প্ৰেমৰ পুলি ঢাকনি গুচাই।
নেভাবিবা প্ৰিয়ধন,
কন্দা নাই মোৰ মন,
নিবিদৰে হিয়া এই হিয়া হেৰুৱাই।
প্ৰাণ মোৰ তুমি-ময়,
তোমাতেই পাব লয়,
তোমাৰ ভাৱতে দিলোঁ জীৱন উটাই,
ভাল পাবাঁ বুলি হাঁয়,
ভাল পোৱা দিয়া নাই;
যোৱা তুমি, ৰ'ব মোৰ ছবিটি সহায়॥

পদ্মনাথ বৰুৱা।

---

৩

কানাড়া মিশ্ৰ—একতালা।

দেখি আকাশৰ ছবি, ভাবোঁ বহি বহি,
প্ৰাণ সখি মোৰ গ'ল এৰি।
আমন জিমন, জোনাই বয়ন,
দেখি মোৰ মন যায় উৰি।
কান্দো মনে মনে, মাতো ঘনে ঘনে,
ঘূৰি লগ ধৰোঁ কেনে কৰি ;—
নেদেখি এতিয়া, বাজে মোৰ হিয়া,
থাকো কিনো মতে প্ৰাণ ধৰি ॥

পদ্মনাথ বৰুৱা।

---

৪

মাঝ—একতালা।

তুমি বলিয়া কিয় বলিয়া,
হেৰা বলিয়ানী ;
শোকে দুখে ভৰা হিয়া,
হেৰা বলিয়ানী।

শোকেৰে তাপিত বুকু,
সকলে যেতিয়া দেখো,
সোঁৱৰোঁ অতীত কথা,
হেৰা বলিয়ানী।
এনে সুখৰ আছিলে দিন,
তোমাৰে আমাৰে একেটি প্ৰাণ,
চাপিব নোৱাৰে আন ;
( আমাৰ ) কাপুৰুষালিতে গ'লা,
( আনৰ ) সেৱাতে বলিয়া হ'লা,
( সিদিন ) ভাবি কি কান্দা এতিয়া,
হেৰা বলিয়ানী।
লক্ষেশ্বৰ শৰ্ম্মা, বি, এ।

---

৫

ঝিঁঝিট -- খেমটা।

কুলিয়ে মাতিছে কুহু বিৰহিণী দহি এ।
সুখৰ বসন্ত কালে পতি দূৰদেশে এ ॥

শীতল মলয়া বাৰে কিমতে প্ৰাণ জুৰাৰে ।
নাথবিনে ক'তো আজি নাহি সুখ লেশ এ ॥

লক্ষ্মীনাথ বৰা ।

---

৬

সাহানা—ঝাঁপতাল ।

তোমাৰেহে ছবিটিকে দেখোঁ মাথো'যেনি চাওঁ ;
তোমাৰেহে কথা ভাবি ভাবতে ওপঙ্গি যাওঁ ।
দেখিলে বিভোল হওঁ,
নিজকে পাহৰি যাওঁ,
তথা লাগি চাই চাই কিবা বুলি কিবা কওঁ ;
এফেৰি আঁতঁৰি গলে,
একো যুগ একো পলে,
"নেজানো কিহেৰে টানা, যতে থাকো উৰি যাওঁ ।

চন্দ্ৰধৰ বৰুৱা ।

---

৭

অহং খাম্বাজ—ঢিমাতেতালা।

মোহন মোহিনী মূৰতি,
কেনে চোৰাঁ হে মধুৰ মিলন।
জোনে জোনে কিনো যেন, মিলিছে বিতোপন,
চোৰাঁহে মধুৰ মিলন।
প্ৰেমিক প্ৰেমিকা সঙ্গ,
উথলে প্ৰেম তৰঙ্গ,
চোৰাঁহে প্ৰেমৰ ৰঙ্গ,
জুকুৰা নযন।

চন্দ্ৰধৰ বৰুৱা।

---

৮

ঝিঁঝিট খাম্বাজ—কাশ্মিৰী খেমটা।

কম কি মনৰ কথা, যেনে লাগে তোমালৈ।
দেখিলে তোমাৰ মুখ, চাই থাকোঁ থৰ হৈ॥

মোৰ মন যেনে, তোমাৰ মন তেনে,
হয় কি নহয়, সোধোঁ মই।
আজি সচাঁ কৰি কোৱা প্ৰাণেশ্বৰী,
নেভাঁৰিবা মিচাকৈ।
মনেৰে নেপাতি, কোৱাচোঁ' কথাটি,
নেথাকিবা আৰু বেলিকৈ।
মোক যেনে পোৱা তাকে মাত্ৰ কোৱা,
সুধিছোঁ মই থিৰাংকৈ ॥

ভকতৰাম দত্ত চৌধুৰী।

---

৯

ৰাগিণী খাম্বাজ—একতালা।

আছিলোঁ সৰুতে বহুত সুখতে
একো দুখ নেজানিলোঁ।
গাভৰু কালত পৰিলোঁ ঠেকত,
তাতেসে মই মৰিলোঁ ॥

মাতি হাহি হাহি, প্ৰাণপতি আহি
বুলিলে দেহ সপিলোঁ।
সেই দিন ধৰি, আই বোপাই এৰি,
বহুত সুখ ভুঞ্জিলোঁ।
সেই সুখ মোৰ, বিধতাই চুৰ
কৰে বুলি নেজানিলোঁ।
ধিক্ দেহা লই, কেলৈ আছোঁ মই,
নমৰিও মৰা হলোঁ।

ভকতৰাম দত্ত চৌধুৰী।

— —

১০

মিশ্ৰ ঝিঁঝিট—একতালা।

বৰ হেঁপাহেৰে আহিছোঁ, ৰোৱাঁ,
এবাৰ চকুৰে চাওঁ হে।
সাঁচি থোৱা কথা পাহৰি গলোঁ,
চাওঁ ভাবি যদি পাওঁ হে।

উঠিছে আটুটে মুখ দাপোনতে
মনৰ কথাটি গৈ,
ভাবৰ কল্লোলে কথা উটুৱালে
নোৱাৰোঁ মাতিব হায় ;
ভাবেৰে নধৰে বুকু
চোৱা কঁপা ওঠ, ৰঙ্গা পৰা মুখ,
কথাৰে ওপচা চকু ;
মোহন ৰতন মোহিলা হিয়া
মনপ্ৰাণ নিয়া দিওঁ হে।

চন্দ্ৰধৰ বৰুৱা।

---

১১

ভৈৰবী—আড়াঠেকা।

কলৈ গলা প্ৰাণনাথ লোৱাঁহি এবাৰ ;
তুমি-ময় জীৱনৰ প্ৰেম উপহাৰ।
বোৱালা প্ৰেমৰ সুঁতি,
ফুৰিলোঁ ৰঙ্গেৰে উটি,
তুমি ৰাখিছিলা বান্ধি প্ৰাণ অভাগীৰ।

ফুৰি ফুৰি পাচে পাচে,
মৰিলেও সুখ আছে ;
প্ৰাণ দিলে মৰে যদি প্ৰণয়ৰ ধাৰ।
লোকে বোলে প্ৰেম যাক,
নোৱাৰোঁ দিব তোমাক,
লোৱা যোগ্যপূজা দিয়ে প্ৰাণে অবলাৰ।

চন্দ্ৰধৰ বৰুৱা।

---

১২

ঝিঁঝিট খাম্বাজ—ঢিমাতেতালা।

প্ৰেমিক প্ৰেমিকা ছবি কিনো মনোময় ;
বৈ যোৱাঁ চাই যোৱাঁ নয়ন জুৰাই ;
জীৱন মধুৰ কৰে,
প্ৰেমে মৰণতো নেৰে ;
যতনে আঁকি নিয়া হিয়াই হিয়াই।

চন্দ্ৰধৰ বৰুৱা।

---

১৩

বেহাগ খাম্বাজ—ঢিমাতেতালা।

যদি আহিলে বিঘিনি মিলেহি তোমাৰ,
নাহোঁ তৈনে আৰু কাষলৈ ;
ভাবি ভাবি যদি ভাল পোৱা তুমি,
ভাবি থাকা বহি অকলৈ।
নেলাগে চেনেহ নকৰোঁ কামনা
নাই মোৰ প্ৰাণত এনেটি আশা ;
তোমাৰ সুখতে থাকিম মই আঁতৰি,
নিতে তোমাক আৰাধি মনে ;
যাতে ভাল পোৱা তুমি তাৰে ভাৱনাতে,
ভাবি ভাবি মই থাকোঁগৈ ॥

অজ্ঞাত।

---

১৪

টোড়ি ভৈৰবী—কাওৱালী।

কেনে মোহন মূৰতি অ' সখি,
প্ৰাণে প্ৰাণে টানে আহা দূৰতে থাকি।

নাথ সঙ্গে ৰঙ্গিনী,
ৰঙ্গে ফুৰ্ক্তে ঘূৰি ফুলনি,
( তেওঁ ) প্ৰেমভৰে, প্ৰেম ৰসেৰে,
হিয়া নধৰে সখি উপচি পৰে।
( দুয়ো মিলি প্ৰাণ ঢালি ওমলোঁ সখি ) ॥

ভৈৰবচন্দ্ৰ বৰুৱা।

---

১৫

মিশ্ৰ কানাড়া—একতালা।

প্ৰেম ছবি মোহন সাজে,
জ্বলে কিবা অপৰূপ হৃদয় মাজে।
ফুল্ল শান্ত শীতল ৰূপ মাধুৰি সনা,
মোহন মৃণাল দেহা অমিয়া ৰাজে।
স্নিগ্ধ কান্তি কত ঢালে সুধা অবিৰত
প্ৰেমে মোৰ প্ৰাণ প্ৰেমময়,
ৰঙ্গে বৈছে সখি মধুৰ মলয়,
মানস মুৰলী আজি সপোন বাজে।

দুৰ্গানাথ চাংকাকতি।

১৬

ভৈৰবী—কাওৱালী।

প্ৰেম মিলনে, নবীনা নবীনে,
মিলে আজি আনন্দেৰে।
সুখে মিলিছে বিৰহৰ পাছে,
চাইছে, একেথৰে।
সাচিঁ থোৱা কথা, হিয়াত গঁথা,
কইছে তেওঁ কেনে আদৰেৰে।
সুখে ভৰা বুক, হাহিঁ ভৰা মুখ,
চোৱাঁ সাধ্বী সতী, উলাহে অতি,
সেৱে প্ৰাণপতি যতনেৰে।

নবীনচন্দ্ৰ বৰদলৈ, বি, এল।

---

১৭

অহং কানেড়া—খেমটা।

তুলি ফুল গাথোঁ মালা,
লোৱা হেৰা প্ৰাণৰ সখি।

ফুলৰ কথা ফুলৰ হাঁহি,
প্ৰাণে প্ৰাণে লোৱা সখি।
ফুলিছে নিৰল কোনে,
আছে হাঁহি আপোন মনে ;
আজলী ফুলৰ কলি,
যাচে চেনেহ প্ৰেমিক দেখি।

দুৰ্গানাথ চাংকাকতি।

---

১৮

ঝিঁঝিট খাম্বাজ—একতালা।

অবলা মই দয়াল হৰি,
নসহে প্ৰাণে যাতনা।
ভাঙ্গিলে সুখ সপোন,
আজি নাই আৰু বাসনা।
নাই মোৰ ভাগ্যে লেখা,
স্বামীৰ চৰণ নহল দেখা,
পৰি ৰ'ল মোৰ পোনা দুটি,
ভাবোঁ তাৰে ভাৱনা ;

ৰাখিবা সুখেৰে প্ৰভু
এই কৰোঁ কামনা ॥

দুৰ্গানাথ চাংকাকতি।

---

১৯

মিশ্ৰ খাম্বাজ—কাওৱালী।

অভিলাষে হাঁয় প্ৰেম প্ৰেমিক জনে ;
দানে কিয় প্ৰতিদান বিচাৰোঁ নো ঘনে ঘনে।
ভালপালে হৃদয়েৰে
ভালপোৱা নিবিচাৰে,
বিচ্ছেদ অগ্নিক ভয় নকৰে প্ৰেমিক জনে।
বিৰহে মিলনে প্ৰেমে প্ৰেমিকাক ভাবে মনে ॥

দুৰ্গানাথ চাংকাকতি।

---

২০

কানেৰা—কাওৱালী।

নবীন নবীনা শোভে দুজনে,
মিলালে বিধি আজি অমূল্য ধনে।

মিলিছে নাগৰী নাগৰ কাষে,
মেঘে বিজুলী যেন শোভে আকাশে,
ৰাখিবা আদৰে ধন অতি যতনে।

ৰজনীকান্ত বৰদলৈ, বি, এ।

---

২১

ভৈৰবী— কাওৱালী।

আজিও কি আশে আছে দুখুনীৰ দেহে প্ৰাণ।
আৰু কিবা হব মোৰ দুখ নিশা অবসান।
জীৱন সৰ্ব্বস্ব ধন,
দুখুনী হৃদি ৰতন,
অপাৰ সাগৰ মাজে দিলোঁ সব বিসৰ্জ্জন।
হে প্ৰভু দয়াল হৰি,
মাতিছোঁ কাকূতি কৰি
ভৱলীলা সাঙ্গ কৰি দিয়া শ্ৰীচৰণে স্থান।

অজ্ঞাত।

---

২২

মিশ্ৰ বেহাগ—খেমটা।

কিয়নো বিষাদিত মন।
চকুলো টুকিছাঁ কিয় বিৰস বদন।
আহা! কিয় অনাথিনী বেশ
মুখেৰে ন সৰে কথা আলুথালু কেশ,
ৰাখিবাঁ সাদৰে মাতা কৰিবা যতন
নুচুবাঁ লাজুকী লতা মুদিব নয়ন,
অনাদৰ নকৰিবা ভাবি পৰধন।

অজ্ঞাত।

---

২৩

ভৈৰবী—কাওৱালী।

নমৰি জীযাই আছোঁ
আৰু কিবা আশা ধৰি।
আজিও ধৰিছোঁ দেহা,
প্ৰাণ মোৰ গল এৰি॥

যি গছৰ হই ছাঁয়া
ধৰিলোঁ সংসাৰ মায়া
নাই আজি সেই তৰু
ধৰোঁ কায়া কেনে কৰি।
বেলাটো বিৰহ যাৰ
অসহনী লাগে ভাৰ
নাই তেওঁ দিন চাৰি
আছোঁ মই দেহা ধৰি॥
বহুভোগী প্ৰাণ ধন
নুবুজে অপৰে মন,
কি ভোগ মিলিছে আজি
ভিখাৰী বেশেৰে ঘূৰি॥
ৰাখা প্ৰভু বিশ্বেশ্বৰ,
ৰাখা মোৰ প্ৰাণেশ্বৰ
অন্নপূৰ্ণা দিবা ভোগ
য'তে ত'তে অৱতৰি ;
নগাৰ নগৰা বান্ধ
দিলো আঁটি আঁটি টান

সহিছে কতনা জানো
কুৰূপ সাজেৰে ফুৰি

পদ্মনাথ বৰুৱা।

---

২৪

সিন্ধু মলাৰ—ঢিমাতেতালা।

আজি সেই কথা সখি গলানে পাহৰি।
কত খেলা খেলি,
উমলি জামলি
লৰালি কটালোঁ দুয়ো গলাগলি কৰি॥
প্ৰথম যৌবনে
সোণালী সপোনে
নিমজ্জি যে দেখিছিলো সুখৰ লহৰি
জোনালী গধুলি
পঞ্চমত তুলি
দুয়ো বহি কত গীত গালোঁ হে লগৰী

গিৰীশচন্দ্ৰ বৰদলৈ, বি, এ।

---

২৫

টৌড়ি—একতালা।

নীল স্বৰগত মোহন সাজেৰে
তৰাজোনে কিবা সাজে।
মধুৰ মলয় বৈ বৈ বয়
বৈ বৈ বাঁহী বাজে ॥
নিকুঞ্জ শুৱনী ত্রিভঙ্গ কলীয়া
ভাৱত বিভোৰা ৰাধা আলসুৱা,
সুৱনী যমুনা, গোপিনী ধুনীয়া,
কিবা শোভা ব্রজ মাজে।
নবীনচন্দ্র বৰদলৈ বি, এল।

---

২৬

খাম্বাজ—ঠুংৰী।

মালতীৰে চাকি গাথিছোঁ হেঁপাহে,
দুখুনীৰে বুলি ধৰা হে ধৰা হে।
কিবা ধন আছে দিবোঁ তৱ পাৰে
অধিনীকে দয়া কৰা হে কৰা হে।

যিবা মনৰ কথা সকলোকে জানা,
তুমি বিনে গতি কি আৰু আছে হে ॥

লক্ষ্মীনাথ বৰা।

---

২৭

কীৰ্ত্তন—একতালা।

দেখা পায় লাজে ধৰিলে আগচি
ভবা কথা ৰল মুখতে।
মৰমৰ কথা মনতে লুকালে
হেঁপাহ থাকিল হিয়াতে।
সকলো জানিছে কিবা কম মই
জানি শুনি মোক কিয় কন্দুৱাই
প্ৰাণ কাঢ়ি লই কিয় গুচি যায়
আঁতৰি আঁতৰি দূৰতে।

নবীনচন্দ্ৰ বৰদলৈ, বি, এল।

---

২৮

পিলু মিশ্ৰ—খেমটা।

চেনেহৰ ফুলনি বাৰী মোৰ
কোনে ভাঙ্গি-চিঙ্গি নিলে।
কুমলীয়া ফুলৰ প্ৰাণে
এনুৱা যাতনা দিলে।
মৰমৰ গুটিমালা
সুগন্ধি যূতি সেৱালী,
কাক তুলি মালা গাঁথি
দিবোঁ সখিৰ গলে।
চিকোণী ৰজনীগন্ধা,
সাৰি সাৰি আছে বন্ধা
তাৰ বিলাই দেখি আজি
মৰিলোঁ সমূলে।

**লক্ষ্মীনাথ বৰা।**

২৯

ঝিঝিট—কাওৱালী।

আজি কিয় এনেকুৱা কৰে মোৰ মন।
উৰু উৰু ছাটিফুটি কৰে ঘনে ঘন॥
নেজানো কি লাগে তাক
ক'লেও নুশুনে হাক
কান্দিছে নিৰবে বহি মচিছে নয়ন।

সতানাগ বৰা, বি, এল।

---

৩০

সাহানা—ঝাঁপতাল।

প্ৰাণ যে সদায় কান্দে তোমাৰ কাৰণ
কি ৰূপে সাদৰি মই শাঁত কৰোঁ মন।
তোমাৰ কথাতে কাণ, তোমাৰ ৰূপকে ধ্যান,
হাজাৰো কথাত আন, নলওঁ বুজন॥

দুৰ্গাপ্ৰসাদ দত্ত।

---

৩১

খট—কাশ্মিৰী খেমটা।

আহাঁ আহাঁ সখি যাওঁ;
আখি ভৰি ফুলনিৰ ৰূপলীলা চাওঁ।
মালতী যূতি শেৱালি
আছে কত ফুলি ফুলি
তুলি আনি গাঁথি মালা খোপাত পিন্ধি লওঁ।
লুভীয়া ভোমোৰা গৈ
মৌ খাই বলিয়া হৈ'
ঢালি ঢালি ঘনে ঘনে পৰে ফুলৰ গাৱ॥

সত্যনাথ বৰা, বি, এল।

---

৩২

ললিত—আড়াঠেকা।

জীৱ থাকে মানে নাথ, তুমি মোৰ অধিপতি;
তোমাৰ চৰণ বিনে নাই মোৰ আনগতি।

শুনিলে তোমাৰ মাত, হয় মোৰ হিয়া শাঁত,
অমৃত বৰষে গাত, তুমি অধিনীৰ পতি।
দাসীৰ যৌবন ধন চৰণত অৰপণ
কৰিলোঁ সাদৰে মই তাৰাঁ মোক প্ৰাণ-পতি।

দুৰ্গাপ্ৰসাদ দত্ত।

---

৭৩

বেহাগ—আড়াঠেকা।

পূৰ্ব্বে যদি জানো মই তোৰ এনেকুৱা মতি,
কদাপিও নহল হেঁতেন মোৰ এনে দুৰগতি।
তেনে হলে আপোন বুলি,
হৃদয়ে নেৰাখোঁ তুলি,
দুখানি চৰণে পৰি নকৰোঁ কাবৌ কাকুতি।
আগে মৰম দেখুৱালি,
পিছে এই যাতনা দিলি,
এতিয়া নকৰ কথা নেচাৱ আৰু উভতি॥

সত্যনাথ বৰা, বি, এল।

---

৩৪

বাগেশ্ৰী—আড়াঠেকা।

বিধাতা কপালে মোৰ লিখিছে অত যাতনা।
নসহে শৰীৰে আৰু এতেক তাপ যন্ত্ৰণা॥
মই মৰোঁ যাক ভাবি,
সি কিয় মোক কৰে হেলা
নেমাতে মুখেৰে আৰু কৰে কত প্ৰবঞ্চনা।
হাতে ধৰি কাতৰ কৰি
মিনতি কৰিলোঁ কত,
তথাপিতো কিছু তাৰ নোপজে মনে কৰুণা॥

সত্যনাথ বৰা, বি, এল।

---

৩৫

পৰজ—ঝাঁপতাল।

আহাঁ হে প্ৰিয়সী আহাঁ এটি মই কথা কওঁ
দেখিলে তোমাক প্ৰিয়ে, হেঁপাহ চকুৰে চাওঁ।

তুমি হৃদয়ৰ জোন,
তুমি বিনে আছে কোন,
তুমি মোৰ কেচা সোনা, মৰমতে পমি যাওঁ ॥

দুৰ্গাপ্ৰসাদ দত্ত।

---

৩৬

খাম্বাজ—কাওৱালী।

একেবাৰে প্ৰাণনাথ মোক পাহৰিলা।
অনাথিনী কৰি হায় এৰি থৈ গ'লা ॥
এই যে বসন্ত ঋতু,
সকলো দুখৰ হেতু,
তাতে মাতে কুউ কুউ কোকিল কোকিলা ॥
মলয় পৱন আহি
আদৰিছে ফুলবালা
তুমি হে কেৱল নাথ উভতি নাহিলা ॥

সত্যনাথ বৰা, বি, এল।

---

৩৭

খাম্বাজ—ঠুংৰী।

সত্যে কৰি কোৱা প্ৰাণ কাক তুমি ভাল পোৱা ;
তোমাৰ লগতে মই হইছোঁ যে মতলীয়া।
নেপালে তোমাৰ স্নেহ হব এই প্ৰাণশেষ—
নেদেখিবা এই দেহ, জনমতো আৰু প্ৰিয়া।
তুমি হৃদয়ৰ ধন, তুমি মোৰ প্ৰাণ মন,
নকৰিলে তুমি শাঁত কৰে কোনে জ্বলা হিয়া।

দুৰ্গাপ্ৰসাদ দত্ত।

---

৩৮

খাম্বাজ—কাওৱালী।

তুমি হে প্ৰিয়সী মোৰ জীৱনৰ জীৱ।
তোমাক নেদেখিলে প্ৰাণ কান্দি উঠে কিয় ॥
তুমি মোৰ পৰমায়ু,
তুমি মোৰ প্ৰাণবায়ু,
তুমি বিনে প্ৰাণপ্ৰিয়ে নোৱাৰোঁ থাকিব ॥

দেখিলে তোমাৰ মুখ
পাহৰোঁ সকলো দুখ
জিনি চন্দ্ৰ সমুজ্জ্বল বদন অমিয় ॥

সত্যনাথ বৰা, বি, এল।

---

৩৯

কালেংৰা- কাশ্মিৰী খেমটা।

কেতিয়া আহিবা নাথ কেতিয়া আহিবা।
কৈ যোৱাঁ নিশ্চয় কৰি
প্ৰবঞ্চনা নকৰিবা মোক,
দুখিনী বুলি
ৰাখিবা মনে
কেতিয়ানো আহিবা।

সত্যনাথ বৰা, বি, এল।

---

৪০

বাহাৰ খাম্বাজ—কাওৱালী।

প্ৰাণনাথ আৰু নো কি আছে বাকী।
অজলা অবলা দেখি কত দিলা ফাকি ॥
কুলমান, লাজ ভয় এৰিলো সকলো
কায়মনো বাক্যে নাথ তোমাতে ভজিলোঁ
তথাপি তোমাৰ মন
নুবুজিলোঁ প্ৰাণধন
কুটিল কপট অতি তব দুটি আখি ॥

সত্যনাথ বৰা, বি, এল।

---

৪১

কালেংৰা—একতালা।

প্ৰণয়ে দুৰ্গতি মিলে আগেয়ে তাক কোনে জানে।
সুধাপান কৰিলে যে আছে সংশয় জীৱনে ॥
প্ৰথমতে সুমধুৰ,
বিতোপন মনোহৰ,
সুখৰ ভাণ্ডাৰ যেন ভাবিছিলোঁ মনে মনে ॥

এতিয়া বিচ্ছেদ বিহে,
শৰীৰ অন্তৰ দহে,
নসহে নসহে আৰু ইহেন যাতনা প্ৰাণে ॥

সত্যনাথ বৰা, বি, এল।

---

৪২

কালেংৰা—একতালা।

তেওঁ যদি অনুৰাগী আনে আৰু কোনে জানে।
মই হলে ভাবি মৰোঁ সদায় মনে ৰাতি দিনে ॥
মদন মূৰুতি খনি,
মোৰ হৃদয় মণি,
মুহূৰ্ত্তেক পাহৰিব নোৱাৰোঁ কদাপি মনে ॥

সত্যনাথ বৰা, [illegible] এল।

---

৪৩

গাৰা ভৈৰবী—কাশ্মিৰী খেমটা।

নাহিবা নাহিবা আৰু মোৰ ওচৰলৈ।
যাকে তোমাৰ মনে ধৰে তাৰে তালৈ যোৱাগৈ ॥

মুবুজি প্ৰাণ সপিছিলোঁ,
মনৰ কথা ভাঙ্গি কলো,
লাজ ভয় এৰি দিলোঁ তোমাতে বলিয়া হৈ।
পুৰুষ নিলাজ জাত,
সমূলি নাই সঁজাত,
ৰমণীৰ মনমোহে মিছামিছি কথা কৈ ॥
সত্যনাথ বৰা, বি, এল।

---

৪৪

গাৰা ভৈৰবী—কাশ্মিৰী খেমটা।

ভাবি ভাবি সখি মোৰ কণ্ঠাগত প্ৰাণ।
আৰু কি সেই বিধুবদন চকুৰে দেখিব পাম ॥
ইবাৰ যদি দেখা হয়
মনৰ কথা কম মই,
বিনয় কৰি কৰে ধৰি কৰিম প্ৰাণ সমৰ্পণ।

তেও যদি বেযা পায়
ছাই ভস্ম সানি গায়,
অগ্নিকুণ্ড জ্বালি তাতে দিম দেহ বিসৰ্জ্জন ॥
সত্যনাথ বৰা, বি, এল।

---

৪৫

টোৰী ভৈৰবী—খেমটা।

এবাৰ হাঁহা প্ৰাণ ভুবন মোহিনি।
নয়ন ভৰি চায় লওঁ ৰূপৰ গাঁথনি ॥
ৰঙ্গা ৰঙ্গা ওঠ দুটি,
লাতুৰ বৰন লুটি,
তাতে মিছিকিয়া হাঁহি অ' সুবদনি ॥
সত্যনাথ বৰা, বি, এল।

---

## ৪৬

দেশ মল্লাৰ —কাশ্মিৰী খেমটা।

কি কাৰণে নিশিদিনে ভাবি থাকা তাক।
সি কভু নাভাবে মনে এদিনো তোমাক ॥
প্রণয় কামনা এৰি
থাকা তুমি ধৈৰ্য্য ধৰি—
নহলে যাতনা ভোগ কুটিল বিধি বিপাক ॥

সত্যনাথ বৰা, বি, এল।

---

## ৪৭

দেশ মল্লাৰ—কাশ্মিৰী খেমটা।

কোনে এনে হৃদয়ত ব্যেথা দিলে মোৰ।
কি দোষে কি অপৰাধে পালো তাপ ঘোৰ ॥
মনে বহু কৰি আশা,
বান্ধিলোঁ প্রণয় বাসা,
অকালে ভাঙ্গিলে তাক কৰি মোৰ সুখ ওৰ ॥

সত্যনাথ বৰা, বি, এল।

---

৪৮

পিলু খাম্বাজ—কাশ্মিৰী খেমটা।

যদি নাথ যোৱা তুমি অধিনীকো সঙ্গে নিয়া।
তুমি বিনে প্ৰাণনাথ থিৰ নোহে মোৰ হিয়া॥
তুমি যাবা দূৰদেশে,
ভ্ৰমিবা বিদেশী বেশে,
কি প্ৰকাৰে গৃহে মই অকলে থাকিবো কোৱাঁ।
দেশে দেশে তব সঙ্গে,
ফুৰিবোঁহো মন ৰঙ্গে
দুজনে থাকিবো সুখে দুজনাক নিৰখিয়া॥

সত্যনাথ বৰা, বি, এল।

---

৪৯

পিলু খাম্বাজ—কাশ্মিৰী খেমটা।

দেহে প্ৰাণ থাকে মানে তোমাৰেসে দাসী হলোঁ।
মনপ্ৰাণ সকলোকে আজিৰ পৰা সঁপি দিলোঁ।

মোৰ হৃদয়ত স্থান,

নপাৱয় অন্যজন,

নেৰিবা নেৰিবা নাথ তোমাতে প্ৰাণ সমৰ্পিলোঁ॥

সত্যনাথ বৰা, বি, এল।

---

৫০

বাগেশ্ৰী—আড়াঠেকা।

জনম কেবল মোৰ ভুগিব যাতনা।

শেষ প্ৰায় পৰমায়ু তেও দুখে নাহি সীমা॥

এনেনো ললাট ঘোৰ,

জনমতো সখি মোৰ,

নপুৰিলে ই জনমে এটিও কামনা॥

আনা সখি কালকুট,

মৰিবোঁ ভক্ষিয়া তাক,

বিফল জীৱনে আৰু এতেক লাঞ্ছনা॥

সত্যনাথ বৰা, বি, এল।

---

৫১

বাগেশ্ৰী—আড়াঠেকা।

কি কাম জীৱনে আৰু মৰণ মঙ্গল।
প্ৰণয় অমৃতে যদি জনমে গৰল ॥
যদি বিধি মনে মনে,
ভাবিছিলি হব এনে,
তেন্তে কিয় দেখুৱালি ইহেন অমূল্য নিধি ;
কিয়বা নিৰখি তাক মানস মজিল ॥

সত্যনাথ বৰা, বি, এল।

---

৫২

পিলু—খেমটা।

কত স্নধিলে কথা লাজে নেমাতিলোঁ।
চিকুণীয়া বদন খনিও চাবলৈ নেপালোঁ।
মনৰ বিষাদে,
মেলনি মাগিলে,
তথাপি লাজতে কথা, কব নোৱাৰিলোঁ ॥

সত্যনাথ বৰা, বি, এল।

৫৩

খাম্বাজ—ঠুংৰী।

কি কাৰণে প্ৰিয়া তুমি, মুখেৰে নেমাতা মোক।
কিয় অধোমুখে বহি, কৰিছা দাৰুণ শোক॥
শুধা ডিঙ্গি শুধা কাণ,
কৰিছা দাৰুণ মান,
এৰা দুখ উঠা প্ৰাণ, দিয়া সমিধান মোক॥
দেখিলে বিষাদ মন,
ফাটিযাব খোজে প্ৰাণ,
শূন্য যেন লাগে মনে শুধা দেখোঁ ইহ লোক॥

সত্যনাথ বৰা, বি, এল।

---

৫৪

পিলু মিশ্ৰ—দাদৰা।

কিবা ৰূপ হেৰিলো সখি ফুলনি বাৰীতে।
যি ৰূপ হেৰিলোঁ সখি, থাকিম যেন তাকে দেখি,
ৰাখিম যেন তাকে লেখি মোৰ হিয়াতে।

মনে মনে চাওঁ গুনি পাচত মানুহে শুনি,
কিনো পাগল বুলি হাঁহিব থিতাতে ॥

অজ্ঞাত

---

৫৫

বাহাৰ—ঢিমাতেতালা।

আজলী ছোৱালী পাই কৰা অযতন।
জানিলে আগেয়ে এনে, নসপোঁ জীৱন ॥
চেনেহতে পমি যোৱা,
ফাঁকি কৰি কথা লোৱা,
নেলাগে কৰিব এনে লেৰেলা মৰম ॥

সত্যনাথ বৰা, বি, এল।

---

৫৬

সাহানা—ঝাঁপতাল।

ভালপোৱা যদি তুমি ৰাখিছা হিয়াতে।
নাহিবা কাষলৈ ঘনে ৰবা আঁতৰতে ॥
নিলগে নিলগে চাবাঁ, নিলগতে ভাল পাবাঁ।
নিলগৰে পৰা সুধা ঢালিবা প্ৰাণতে।

তোমাৰে ভাবনা ভাবোঁ, অমিয়া তৃপিতি লভো,
প্ৰেমৰ কল্পনা সুখে সুখী হৃদযতে,
যদি বিয়াকুল প্ৰাণ খোজে তব সন্মিলন,
দেখা দিবা ভাল পাবা, যাবা ক্ষন্তেকতে ॥

দেবেশ্বৰ চলিহা।

---

৫৭

খাম্বাজ মিশ্ৰ—খেমটা।

ভোমোৰা আহাঁ আহাঁ, মাতিছোঁ কৰি বিনয়।
ফুলনি শুৱনি কৰি, আগেয়ে ফুলিছোঁ মই ॥
সুৰাগতে ঢুলি ঢুলি,
লয়লাসে আছোঁ ফুলি,
উপচি পৰিছে মধু, পিয়া যত মনে লয় ॥
মালতী খেহেটা মুখী,
নেজানে পীৰিতি ৰীতি,
নেযাবা মালতা গছে, সাদৰে মাতিছোঁ মই ॥

সত্যনাথ বৰা, বি, এল।

---

৫৮

বেহাগ—ঢিমাতেতাল।

যদি আহিছিলা তেনে কিয় খোজা শুচি যাব।
এবেলি প্ৰেমৰ নদী বোৱালে কি ঘুৰি ব'ব॥
হৃদয় নিঝৰা বয় সাগৰৰ কাষলৈ
সাগৰ সম্ভাস কৰি কেনেকৈ উভতি যাব?
নদী সুশীতল সদা, প্ৰাণেও বিচাৰে সুধা,
চিৰ হাবিলাষ কেনে নিমিংতে অন্ত হব।

দেবেশ্বৰ চলিহা।

---

৫৯

খাম্বাজ—একতালা।

সুধি চাবা সখি, পৰেনে মনত
দুখিনীৰ কথা, এতিয়া আৰু।
পৰেনে মনত, অভাগিনী বুলি
ভাবেনে নেভাবে কদাপি আৰু॥

মূৰৰে শপত, সুধি চাবা সখি
কিয় ফাঁকি দিলে আসাসুদী' দেখি,
কিয় দিলে বেথা কুমলীয়া প্ৰাণে
কিবা অপৰাধে বিৰহে মৰো ॥
প্ৰাণেশ্বৰী বুলি, পৰম সাদৰে
খোপা জুৰি ফুল কিয়বা পিন্ধালে
ধৰাঁ সখি ধৰাঁ, সুমৰণি মালা
দিবা ওভটাই নেলাগে আৰু ॥

সত্যনাথ বৰা, বি, এল।

---

৬০

কীৰ্ত্তন--একতালা।

(সখি) আলসুৱা প্ৰাণে, জুলুকি জুলুকি
এনুৱা যাতনা দিলে।
গৰিহনা খালোঁ, বিকৰ্থনা পালোঁ
ভুৱাদি মাণিক দিলে ॥

সঁপিছিলোঁ জীউ, আপোন জানিয়া
পাৰত বিকিলোঁ শিষ।
তেহু নপাৰিলোঁ, বধুয়াৰ মন
মৰণ কৰিছোঁ থিৰ॥
সুখৰ আশায় পীৰিতি কৰিলোঁ
লভিলোঁ বিষাদ ঘোৰ॥
বধুৱা বিহনে, মৰণত বাজে
নাই আনগতি মোৰ॥

সত্যনাথ বৰা, বি, এল।

---

৬১

ঝিঁঝিট—একতালা।

যুগল ৰূপত ঘৰ পোহৰে
চোৱাঁ সখি নয়ন ভৰি।
প্ৰাণে প্ৰাণে প্ৰাণ মিলিছে
মন মিলিছে হৃদয় জুৰি।

চোৰাঁ, লোৰা, মুখ লুকোৱা,
মৰম কৰে অহা যোৱা,
ফুলৰ শৰে মন মোহিছে,
প্ৰাণ মোহিছে শীতল কৰি।
চেনেহত হৃদি ভৰি,
চেনেহত নিজ পাহৰি,
মনে মনে মন মিলিছে,
চেনেহত পৰাণ ভৰি ॥

৺ হৰেশ্বৰ বৰুৱা।

৬২

মিশ্ৰ মূলতানী—ঢিমাতেতালা।

কতনো ধাউতি কৰি,
চাবলৈ চকুভৰি ;
আহিছোঁ লাহৰি হেৰা নকৰা নিৰাশ।
আহিছে বসন্ত সখি লগত মলয়,
চোৰাঁ প্ৰাণ নহবা উদাস।

অলপ আমনি সহি থাকা এখন্তক,
মনে মোৰ প্ৰবোধ মানক,
নাথাকোঁ সৰহবেলা, খেলি সপোনৰ খেলা,
দেখা পাম এই হাবিলাষ ;
চোৱাঁহে, চোৱাঁহে, শুনাহে, সখিহে,
পুৰোৱা তৃষিত মন আশ ;—
শুনিম মধুৰ বাণী,
জুৰাব হৃদয় খনি,
তুমি নয়নৰ মণি,
নহবা উদাস।
লক্ষেশ্বৰ শৰ্ম্মা, বি, এ।

---

৬৩

সিন্ধু খাম্বাজ—দাদৰা।

কিয় তয়নো আহিলি কুলি।
(আজি) নিলি মন হৰি, দূৰে গলি উৰি
নোকোৱা কথাটি কলি॥

কিয়নো বাসন্তিকুলি, ললীত লহৰী তুলি,
পাহৰনি কথা সোঁৱৰাই তই—
হৃদয়ত জুই দিলি।
শুনালি অমিয়া-গান,
( কুলি ) খোপাৰ মালতী স্খলকি পৰিলে
বলিয়া কৰিলি প্ৰাণ,
(কুলি) আপোন পাহৰি পাছতে খেদিলো
নমতা নোবোলা হ'লি ॥
দুৰ্গানাথ চাংকাকতি।

---

৬৪

মিশ্র-ঝিঁঝিট—একতালা।

কাৰ বাঁহী মাতে পুৰতী নিশা
প্ৰাণ মন পমি যায় হে।
বিয়াকুল প্ৰাণে জুৰনী ৰেখা
আজি যেন লেখা পায় হে ॥

নতুন ভাবেৰে হৃদয় তলিত
বাজিছে মোহিনী তান।
আকাশ পাতাল যুৰি উঠে ভাল
তাৰে হে অমিয়া গান।
সুনীল আকাশ মাজে,
হাঁহি মিচিকিয়া,
আকৌ নাইকিয়া,
হয় তৰা কিবা লাজে
কোনে এতে নিশা মোহিলে হিয়া
সুখ-গীত গাই গাই হে ॥

লক্ষেশ্বৰ শৰ্ম্মা, বি, এ,।

---

৬৫

ভূপালী—ঢিমেতেতালা।

কিয় নিকুঞ্জলৈ অনিলি সখি,
নিকুঞ্জ বিহাৰী শ্ৰীহৰি নাই।
পাহৰা কাহিনী কিয় উজাৰিলি,
এতিয়া যে মোৰ পৰাণ যায়।

ৰঙ্গীয়ালী জুপি, লতায়ে বেঢ়িছে,
আলস্থুৰা লতা, সাৰটি ধৰিছে,
তাৰ তলে বহি কানাইৰ কোলাতে
গাইছিলোঁ গাত সুখেৰে হাঁয়!

সত্যনাথ বৰা, বি, এল।

---

৬৬

বাহাৰ—ঢিমাতেতালা।

কিনো মোহিনী বান, মাৰিলে সখি।
হিয়া বিন্ধি মৰে পৰাণ পখী।
মৰে দুখিনী দহি পুৰি প্ৰাণ সখি।
ঘনে ঘনে মনত পৰে,
চকু দুটি ধুনীয়া প্ৰাণ হৰে,
হাঁহি হাঁহি মাতে প্ৰিয়া বুলি,
পাহৰোঁ কেনে কৰি সাদৰী সখি;

(কোৰাঁ)

হিয়া ফাটি মৰে পৰাণ পখী॥

সত্যনাথ বৰা বি, এল।

৬৭

হাম্বিষ—ঢিমাতেতালা।

আপোন বুলি পাগলিনী হৈ ( সখি ঐ )।
আশয় দিলো চৰণ দুটি হিয়াৰ মাজত বান্ধিলৈ ॥
সিযে ফাঁকি দিবৰ মনে, দেখা দিছিল ঘনে ঘনে
ক'লে কত সি এনে তেনে—
ফাঁকি কৰি নিলে ধৰি প্ৰাণ পখীটি এনেকৈ ॥

সত্যনাথ বৰা, বি, এল।

---

৬৮

মিশ্ৰ মুলতানী—ঢিমা তেতালা।

যোৱা হে নেলাগে চাব, খোপাত ফুল তুলি দিব,
বুজিলো বুজিলো আজি আশয় তোমাৰ।
যদি কেতিয়াবা কৰে কালমনে ছাটি-ফুটি
আছে মোৰ শুৱনী মন্দাৰ।
তুলি কলি হিয়াত ধৰি চুমা দিম সাদৰে,
লাহৰি প্ৰাণত যত ধৰে—

মালতী ফুল আছে ফুলি, কোঁচ ভৰি আনি তুলি,
শেৱালী টগৰ যূতি জাঁই,
শুৱনী, পাৰলি, ডুপাহি, এপাহি,
মিহলাই গাঁথি মালা ধাৰ ;
জুৰুয়াম পোৰা চিত মুখেৰে ওলাব গীত
প্ৰিয় বুলি সম্ভাষি মালতীৰ হাৰ ॥

সত্যনাথ বৰা, বি, এল।

---

৬৯

ঝিঁঝিট খাম্বাজ—কাওৱালী।

নাহেৰি সখি
কাহে হামাৰ ৰাধা জান।
শৰত কালমে,
পূৰ্ণ চন্দ্ৰমে,
(প্যাৰী) বিনে নাহি ৰহে মেৰি প্ৰাণ।
সূৰুয বিহনে
কমল যৈচন
(সখি) ৰাধাবিনে হোৱে মেৰি জান ॥

লক্ষেশ্বৰ শৰ্ম্মা, বি, এ।

৭০

সিন্ধু খাম্বাজ—দাদৰা।

হেৰা, এবাৰ চাঁওহে ৰোৱাঁ।
(কিয়) নাম গাই গাই, প্ৰাণ হাৰ লই,
মিচিকীয়া হাঁহি যোৱাঁ।
অঞ্জলা অবলা দেখি কন্দুৱাই যোৱা নেকি
এৰি গলা যাক, কিনো হল তাৰ
এবাৰ উলটি চোৱাঁ।
কিয়নো জ্বালিলা জুই—
(চোৱাঁ) ভোমোৰা কলীয়া লাহৰি খোপাটি
পৰে আলজাল হই—
মোহিনী বাণেৰে মোহি কিয় এৰি
অমৃতত বিহ দিয়া॥

লক্ষেশ্বৰ শৰ্ম্মা বি, এ।

৭১

বেহাগ খাম্বাজ—ঢিমা তেতালা।

সখি আশাতে ৰাখিছো, জীবন অমিয়া,
এৰি দিব পাৰোঁ জানো থিতাতে।
তেওঁ নেকি আৰু আহিব হে গুছি
সুখ-ঢালি দিব হিয়াতে।
চকু মছি মছি হাৰাসাস্তি হলো
সুখ-আশা সাং হয় হে আৰু,
ৰাতি বহি বহি তৰা গণি গণি
কান্দি কেনেকৈ থাকোহে বাৰু।
তেওঁ বিনে কোনে প্ৰেম-ডোলে বান্ধি
চেনেহে লবহি কোলাতে॥

লক্ষেশ্বৰ শৰ্ম্মা, বি, এ।

——

৭২

সিন্ধু ভৈৰবী—ঢিমা তেতালা।

কাহানি লাগি কলি ফুটি উঠিব।
মৌ-মাখি আহি কাণে কাণে জনাব।
শুৱনী ফুলনি বাৰী,
ৰঙ্গতেই ৰূপ চৰি,
গোন্ধতে আমোল মোল কৰি তুলিব।
ধুনীয়া গোলাপ কলি,
উষাৰ কোলাত বহি,
বলীয়া ভোমোৰা মাতি মৌ পিয়াব।
গাঁথিম ফুলৰ চাকি,
হৃদয়তে ৰাখি ৰাখি,
যতনে ৰাখিম সখি নাথক পিন্ধাব।

গৌৰীশেখৰ বৰুৱা।

---

৭৩

অহং—একতালা।

প্ৰণয় বিৰহ দুখে প্ৰাণ ফাটি যায়
পুৰুষ নিশ্চয়
মৌপীয়া চৰাই
ফুৰে ঠাইয়ে ঠাই
নতুন ফুলে, বেয়ায় ভালে উৰি উৰি যায়।
বিষাদ অগনি
পুৰিছে পোৰণি,
নেপাও জুৰণি,
দয়া কৰি কোনে আনি দিব প্ৰাণ চৰাই

লক্ষ্মীনাথ বৰা।

---

৭৪

খাম্বাজ—কাওয়ালী।

মনে মনে মন চোৰে দেখা কলৈ পলাই যায়।
কিমতে থাকিবোঁ সহি নেদেখোঁ একো উপায়।

শিলেৰে বন্ধাইছা হিয়া,
নাই তোমাৰ দয়া মায়া,
সকলো লুটিলা· তুমি ছলে বলে কথা লই।
গাঁঠিয়ে গাঁঠিয়ে বুধি,
হাতত দিছিলা নিধি,
অবলা আজলী দেখি ফাঁকি দিয়া বাৰুকৈ ॥

লক্ষ্মীনাথ বৰা।

---

৭৫

হাম্বীৰ—ঢিমাতেতালা।

কিয় মনত পৰে সখি সেই মুখলৈ
কতনো জিয়াতু দিলে পাহৰিলোঁ কেনেকৈ ॥
জানোচা হেৰায় বুলি
নুগুচে মনত সমূলি,
যাত হন্তে হলোঁ মই পাগলী,
কি গতি হবহে মোৰ তেওঁ যদি যায়গৈ ॥

লক্ষ্মীনাথ বৰা।

---

৭৬

সিন্ধু খাম্বাজ—ঢিমাতেতালা।

যোৱা যদি যাবা নাথ শুনাহে মিনতি।
কিয় বেথা দিলা
প্ৰাণ বুলি মাতিলা,
নিলগতে চুমা যাচি হৰিলা জীৱটি।
কি জানে অধিনী—
অতি অনাথিনী,
কিনো দোষে পাৰে ঠেলি কৰাহে দুৰ্গতি॥

লক্ষ্মীনাথ বৰা।

---

৭৭

যোগীয়া—একতালা।

কবনে কথাটি, চাবনে উভতি,
মাতিলে যানোচা যায়গৈ।
তাহানিৰ ভাব আজিও কি আছে,
পাহৰিলে তেনেই চাগৈ।

গুটিমালী জুপি　　জাতিষ্কাৰ ফুলি,
লাহৰি হাতেৰে　　তাৰে এটি তুলি,
পিন্ধা পিন্ধা বুলি　　হাঁহি যাচিছিলে,
　　পাতিছিলে কথা বৈ বৈ।
পদুলিৰ শেৱালি　　ন-কৈ ফুলিলে,
আহি কাণে কাণে,　　বাতৰি দিছিলে,
বুলি চেনেহৰ　　সাদৰী ময়না
　　পাতিছিলে কথা বৈ বৈ॥

সত্যনাথ বৰা, বি, এল।

---

৭৮

সিন্ধু কাফি—যৎ।

ভাবি থাকোঁ সখি মনতে।
আৰু নেমাতো, নকওঁ কথা;
　　চকুলৈ চাই মুঠতে।

কিন্তু সখি পালে দেখা,
পাহৰোঁ আলচা কথা,
উথলিব ধৰে হিয়া
(যেন) চন্দ্ৰ পালোঁ হাততে।
কওঁ বোলোঁ মনে মনে,
মুখলৈ চাওঁ ঘনে ঘনে,
নোৱাৰোঁ, নোলায় কথা;
(মোৰ) থাকে কথা মুখতে॥

সত্যনাথ বৰা, বি, এল।

---

৭৯

ইমন পূৰবী—আড়খেমটা।

এবেলি প্ৰাণৰ সখি! দেখিছিলোঁ তেওঁক হ'বলা
তাতে নো মনত এনে, কিয় লাগে দুয়ো বেলা।
তেওঁ বিনে নাই একো, সপোনে সচিতে দেখোঁ
অন্তৰে বাহিৰে দেখোঁ, কেৱলে সেই চন্দ্ৰ কলা।
গুঞ্জৰিলে ভোমোৰাটি, কৰে প্ৰাণে ছাটি ফুটি,
পাহৰোঁ ভোমোৰা বুলি, ভাবোঁ মাতে তেওঁ হ'বলা॥

সত্যনাথ বৰা, বি, এল।

৮০

বাঁবোৱা—ঠুংৰী।

কিয় লাগে উদাস পৰাণ।
নেজানো কি পালে শান্তি পাব ই-জীবন।
কত আশা উঠে নিতে, আকুল অন্তৰ চিতে,
নেপাওঁ উয়াধি মাথোঁ' উবি ফুৰে মন।
কত কিনো আনি মেলি, অন্তৰত দিছোঁ ঢালি,
নুগুচে হেঁপাঁহ, সদা বিচাৰে নতুন॥

দেবেশ্বৰ চলিহা।

---

৮১

সাহানা—ঝাঁপতাল।

ভাবিলে তোমাৰ কথা হাততে অমিয়া পাওঁ।
নেজানো কি ভাবি ভাবি ভাবতে বিভোৰ হওঁ।
কত ভাবোঁ কওঁ বুলি,
নোৱাৰোঁ ক'ব সমূলি,
দেখিলে তোমাৰ মুখ, সকলো পাহৰি যাওঁ।

ভাবেৰে ভৰা হৃদয়,
মুখেৰে কথা নোলায়,
দুধাৰি চকুলো মছি কেৱলে নীৰবে ৰওঁ ॥

ৰাধানাথ ফুকন এম, এ, বি, এল।

---

৮২

মিশ্র পাহাড়ী—ঢিমাতেতালা।

যাৰ হাতে সঁপো অবলা পৰাণ
সিনো কিয় দিয়ে পোৰণি।
পৰাণৰ কথা হিয়া উদঙ্গাই
বাকি দিয়ে একো নেজানি।
কিয়নো পুৰুষে সুবুজি সমূলি
মৰম-লতাটি পেলায় উঘালি
নিজ হাতে ৰুই, নিজ হাতে তুলি,
কোন সতে মাৰে সুগুনি ॥

মানিক চন্দ্র হাজৰিকা।

---

৮৩

মাঝ মিশ্ৰ—পোস্তা।

গইছে গই উৰি উৰি, প্ৰাণ-পখি কেনিবা হাঁয়!
গলনো উৰি কাক বিচাৰি নাহিব কি সতকাই।
কাকনো লই শুদা দেহা
দেহ হাতে কৰে বেহা
নেপায় চায় কেনি (উ) উৰা দিহা—
পুৰি কাঁয়া ধোৱাঁ কৰি মিহলাও প্ৰাণে কাঁয়॥

মাণিক চন্দ্ৰ হাজৰিকা।

---

৮৪

যোগীয়া—একতালা।

মাতিলা যেতিয়া　　নৰম কিয়নো
নাচাম কিয়নো তোমালৈ,
এতিয়াও মোৰ　　কথা ভৰা বুকু,
আগেয়ে পাইছা যেনেকৈ।

পদুলী মূৰতে এাতযাও আনি
সাদৰি সোণাযে দিব তামোল খনি ;
কত কথা কব হাঁহি উলাহেৰে,
নাপায আমনি কৈ কৈ।
গুটি মালি জুপি জঁয পৰা নাই,
পদুলীৰ শেৱালী মৰি যোৱা নাই,
এতিয়াও পিন্ধাবা ফুলৰ চাকিটী,
যাচিছিলা যিটি লৈ লৈ॥

লক্ষেশ্বৰ শৰ্ম্মা, বি, এ।

---

৮৫

পাহাড়ী মিশ্ৰ—আড়াঠেকা।

আজিও কিযনো হাঁয়! নগলোঁ পাহৰি!
কতনো সহিম আৰু সহিব নোৱাৰি!
পুৰণি কালৰ কথা,
আছে অন্তৰতে গঁথা,
সঘনে উথলি উঠে হৃদয বিদাৰি।

কত কি যে ভাবিছিলোঁ,

কত আশা কৰিছিলোঁ,

দহিব লাগিছে হিয়া তাকেহে সুঁৱৰি !!

লক্ষ্মীৰাম বৰুৱা।

---

৮৬

টোৰী—ঢিমাতেতালা।

মিলে ৰতনে ৰতনে

কত যতনে।

সুখে হাঁহি হাঁহি উলাহেৰে মধু মিলনে।

উতলা প্ৰেমত আজি নাগৰী নাগৰ ;

তুলি প্ৰাণ প্ৰেমেৰে

মিলিছে আদৰে

বিৰহ যাতনা সহি নাগৰ নাগৰী ॥

দুৰ্গানাথ চাংকাকতি।

---

৮৭

ভৈৰবী—দাদৰা।

সৰি পৰা বন ফুলৰ হাৰ
কাকনো আজি জুমি চায়।
ভগা হিয়া যোৰা খালে,
কলৈ আজি মন উধাই।
ক'লা মেঘে এৰি গ'লে,
নীলাকাশে তৰা জ্বলে,
মাজত বহি জোন বায়ে
কিনো হাঁহি বিলাই যায়।
বিমল শোভা দেখি এনে,
কত আশা হব যে প্ৰাণে,
মুখৰ হাঁহি যেন আহিব বুকুভৰা সুখ পায়॥

দুৰ্গানাথ ‿ংকাকতি।

———

৮৮

মিশ্ৰ আলেয়া—একতালা।

আহাঁতে এবাৰ হৃদয় আকাশ
শূন্য কৰি নেযাবা।
তাহানিৰ কথা পৰেনে মনত,
কত খেলা, হে'ৰা লৰালি কালত,
নৱ জীৱনত, পেলোৱা মনত,
আছিলোঁ কি দৰে অতীত কালত ;
পাহৰি এতিয়া সি সব এবাৰ
শূন্য কৰি নেযাবা।
পুৱা সূৰুযৰ কিৰণ সতে
যাওঁ দুটি প্ৰাণী আপোন মনে,
আপোন মনে আপোন প্ৰাণে
গাথোঁ মালা বহি হাহি দুয়োজনে ;
পাহৰি এতিয়া সি সব এবাৰ
শূন্য কৰি নেযাবা।

সন্ধিয়া বেলিকা নীল আকাশত,
ৰাশি ৰাশি তৰা হাহেঁ ওপৰত;
কেনে হৰষত কেনে আবেগত
খালোঁ হিয়া সখা তটিনী কুলত ;
পাহৰি এতিয়া সি সব এবাৰ
শূন্য কৰি নেযাবা।
মলয় সমীৰ ধীৰে ধীৰে বয়
কান্দিছে পৰাণে কৰি হাঁয় হাঁয় ;
মাতিছে তুনাই তোমাক সোণাই
আহাঁ কাষ চাপি নেযাবা পলাই ;
সুঁৱৰি এতিয়া সি সব এবাৰ
শূন্য কৰি নেযাবা।

যতীন্দ্রনাথ দুৱৰা।

---

৮৯

টোৰী ভৈৰবী—আড়খেম্‌টা।

সৰলা অবলা বিৰহৰ জ্বালা নোৱাৰে সহিব প্ৰাণে ;
সৰল ভাবৰ সৰলা ললনা প্ৰেমিক সুজনে জানে।

গাইছে কুলিয়ে অমিয় তানে, বৈছে মলয়া ধীৰে ;
কুলু কুলু কৰি নিজকে পাহৰি গৈছে তটিনী সাগৰ পিনে।
বিৰহিণী গায় বিৰহ-গান, কাঁদিছে বিৰহী প্ৰাণে,
প্ৰেম শিকলিৰে নেবান্ধিবা প্ৰাণ, নুভুলাবা মন
মধুৰ তানে ॥

বিনন্দি ৰাম।

---

৯০

মিশ্ৰ বাঁৰোৱা—খেম্‌টা।

সখি বিৰহ বাণে, হানে কোমল প্ৰাণে,
মৰম বেদনা আমাৰ কোনে জানে।
সপিলোঁ প্ৰাণ মন আপোন বুলি,
কাঁদি কাঁদি হলোঁ উলি জুলি ;
কুঁহুতানে প্ৰাণ কৰে কেনে
প্ৰবোধ বচন আৰু একো নেমানে ॥

বিনন্দি ৰাম।

---

৯১

পিলু মিশ্র—দাদ্ৰা।

কি ৰূপ দেখিলো সখি, নিকুঞ্জ মালতী তলে
অবলাৰ মন প্ৰাণ ততালিকে হৰি নিলে।
সোণৰ কিঙ্কিনী বাজে ময়ুৰ কীৰিটি সাজে
ত্ৰিভঙ্গ ভঙ্গিমে থাকি চকু বুলাই চল পালে।
তুমি মোৰ প্ৰাণ সখি, কৰি দিয়া দেখা দেখি,
(মোৰ) চাটি ফুটি কৰে প্ৰাণে, সেই ৰূপলৈ মনত হলে॥

জগৎকুমাৰী দেবী।

---

৯২

সাহানা—ঝাঁপতাল।

নেযাব নেযাব প্ৰাণ ধৰো চৰণ অধিনীয়ে,
কোন এনে অভাগিনী হৃদয়ৰ ধন এৰি দিয়ে।
কিবা অপৰাধ ধৰি, যাব খোজে মোক এৰি,
কওক প্ৰাণ দয়া কৰি, খাটো মই অভাগীয়ে।

তযু প্ৰেমে ভোল গই, দিলো হিয়া উদঙ্গাই,
চল কৰি যাবৃ খুজি কিয় এনে দুখ দিয়ে ?

সুষমাসুন্দৰা দেবী।

---

৯৩

মাঝ মিশ্ৰ—পোস্তা।

আজি নো কিয় এনেকুৱা ময় পাগলিনী ;
কিবা আশাত প্ৰাণৰ জ্বালাত সাজো ভিখাৰিণী।
দুখৰ বোজা এটীলৈ
ফুৰোঁ অনাথিনী হৈ
চাৰিও ফালে ভৰা নিৰাশায়—
হৃদয় আকাশ এঁধাৰ কৰি কাঢ়ি নিছে দিন মণি ॥

বিনন্দি ৰাম।

---

৯৪

মিশ্ৰ খাম্বাজ—একতালা।

হাঁহি ভৰা মুখ বিষাদ মেঘে কিয়নো ঢাকিছে সখি,
মন মৰা মুখে ম্লান বদনী কিনো ভাবিছা আজি।

কিয়নো লগৰী ইহেন বেশ
আলুথালু কিয় ধুনীয়া কেশ
মুখত নাই তোৰ হাঁহিৰ লেশ ;
কোৱাচোন সখি ভাঙ্গি কোৱা—
( হাঁয় ! ) হেম প্ৰতিমা, ঢালি কালিমা কোনেনো
কন্দুৱাই গ'লি ॥
বিনন্দি ৰাম।

---

৯৫

মিশ্ৰ মুলতান—ঢিমাতেতালা।

আহা কিনো বিতোপন, দেখিলে জুড়ায় মন,
আহিছোঁ তোমাকে প্ৰাণ চাবলৈ এবাৰ।
নেদেখিলে তোমাক ধন, কৰে মন উচাতন,
সেই গুণে চাপিলো ওচৰ।
মনত লাগিছে আজি দুঃখ অসহনি,
যাও দূৰে মাগিলো মেলানি,
নকৰি মনত শোক, দিবাহে বিদায় মোক,
দুভৰ্গীয়া প্ৰেমিকে তোমাৰ ;

শুনাহে শুনাহে দেখাহে প্ৰিয়াহে সকলো
হিয়াৰ তুমি সাৰ,
তুমি প্ৰমোদৰ ধন, তুমি প্ৰমোদৰ মন,
তুমি প্ৰমোদৰ প্ৰাণ, প্ৰমোদো তোমাৰ ॥

গৌৰীশেখৰ বৰুৱা।

---

৯৬

ঝিঁঝিট খাম্বাজ—একতালা।

বুজিলোঁ মই আচল কথা
ইমান দিনে কি কৰিলোঁ।
কৰিম বুলি আশা পালি,
( মই ) হৃদয়কে থগিলোঁ।
জোনলৈ হায় উদ্দেশ কৰি,
গলোঁ খেদি আগ বাঢ়ি,
সংসাৰৰ বাট নমনিলোঁ
( এবে ) প্ৰাণে প্ৰাণে ডুবিলো;

যি দুদিন মোৰ বাকি আছে
নিজলৈ হে ৰাখিলোঁ ॥

দেবেশ্বৰ চলিহা।

---

৯৭

সিন্ধু খাম্বাজ—দাদ্‌ৰা।

সখি আহিলা এতিয়া কিয় ?
দেখা দিয়ে কিয় পুনু আতৰিলা
কৰি উত্ৰাৱল জীৱ ?
মনৰ বাসনা এৰি, দুখেৰে অন্তৰ পুৰি,
আমন্‌-জিমন্‌ বহিছিলোঁ মই
দিলাহি যেতিয়া গিয়।
সকলো ভাবনা গলে ;
( সখি ) কথা পাতো বুলি
বিচাৰিলোঁ কিন্তু নেপালোঁ দুনাই কিয় ?
( সখি ) মনৰ বাসনা মনতে থাকিলে
জনম দুখিত জীৱ ॥

ৰামেশ্বৰ বৰুৱা বি, এ।

৯৮

খাম্বাজ—একতালা।

কি ক'ম বখানি, জানিছো নিজেই
আজিহে অন্তৰ জিলিকিছে।
কত দিন আজি ভাবি মনে মনে
মনে গঢ়া চবি ধৰিছো যতনে,
কি দিমে তুলনা,
নুশুনা নজনা
হৃদি মন আজি কৰিলোঁ অৰ্পনা ;
ক'ৰ পৰা আহি ক'তে থিতি হ'লা
ভাব গতি মন নিজা কৰি ল'লা,
নহও বিচ্ছেদ জানিবা দুনাই,
অন্তৰ আজিহে জিলিকিছে।
স্মৃতি যদি কোনে নিব খোজে কাঢ়ি,
ধেমালি-গানৰ দিয়ে সুৰ হাঁহি
নোৱাৰে তানিব,
হৃদি আকৰ্ষিব,

প্ৰাণ মন মোৰ অকালে থাকিব ;
সাদৰি মনৰ কোমল অন্তৰ,
প্ৰেমৰ বান্ধনি অতি গুৰুতৰ,
নেপাব অলপো দুখ মৰতৰ,
আজি হে অন্তৰ জিলিকিছে ॥

ৰামেশ্বৰ বৰুৱা বি, এ।

---

# পঞ্চম অধ্যায়।

## ৰহস্য-সঙ্গীত।

১

পিলু—খেম্‌টা।

পিন্ধি উৰি ওলা সখি
আজি মালতীৰ বিয়া হব।
শীতল পৰিব হিয়া
মনৰ জোখায় পতি পাব।
মালতী ৰূপহী যেনে,
চিকুনীয়া দৰা তেনে,
সোণত সুৱগা যেনে,
দুইও জনৰ মিলন হব॥

সত্যনাথ বৰা, বি, এল্‌।

২

মিশ্র কালেংৰা—খেমটা।

বিধু মুখে কিয়নো নেদেখো হাঁহি।
কিবা দোষে দোষী হলো
কোৱা কেতেকিৰে পাহি।
দেখিলে তোমাৰ মুখ
ফাটি যাব খোজে বুক
অকাৰণে কিয আজি আমন জিমন;
তোমাৰ বিৰহ মোৰ নসহে পৰাণ,
ক্ষমা কৰা প্ৰাণেশ্বৰী
হাঁহা এটি চিকোণ হাঁহি॥

লক্ষ্মীনাথ বৰা।

---

৩

খাম্বাজ—ঠুংৰী।

ওৰণি কাখৰি কৰি, নেচাবাঁ নেচাবাঁ;
ম'ৰা যেন চালি ধৰি নেযাবাঁ নেযাবাঁ।

দেখিলে তোমাৰ চকু
মৰমে উথলে বুকু
ওৰণি তলেৰে চাই যাতনা নিদিবা ॥

সত্যনাথ বৰা, বি, এল্ ।

---

৪

দেশ মিশ্ৰ—ঢিমাতেতালা ।

আজি মজাচে পেটুৱা পেট ভৰি খা ।
পেট ভাৰ পেট ভৰি পেট ভৰি খা ।
ঔ থেকেৰা টেঙ্গা,
ৰহৰ কি ডাল,
আলু ভজা খাব মজা পকা খৰিচা ॥

সত্যনাথ বৰা, বি, এল্ ।

---

৫

পিলু—যৎ।

শুন্‌চাহ্‌না আপী গিলা
খাজ্‌না বাৰেইছি,
দিবা নল্লি নিবোক্ ধৰি
পেদা লগেই দি।
এনাই কথা কিয়া কহ্,
চপ্‌কে আপি বিয়া বহ্,
কাণা কুজা বুৰা ঠাৰা
আকোই নাবেচ্‌বি॥
সত্যনাথ বৰা, বি, এল্।

---

৬

মাঝ—একতালা।

আজি পৰিলা ধৰা পৰিলা,
হেৰা সুভাষিণি।
কিয় তল মুখে চাই হাঁহা,
হেৰা সুভাষিণি।

দিনে দিনে ভাবি এনেহে পাওঁ
তোমাৰ হৃদয় জুৰি,
( আছে ) প্ৰেমৰ কলিটি ফুলি,
হেৰা সুভাষিণি।
( মোৰ ) তোমাৰ ভাবেৰে হিয়া,
জানো মনে ভাবোঁ উলটি দিয়া,
তোমাতে হলো বলিযা ;
বহু আশা ফল ফলিলে হেৰা,
লাহৰি আহিছা চেনেহ ভৰা,
লুকাব নোৱাৰি দিলাহি ধৰা,
হেৰা সুভাষিণি ॥

লক্ষেশ্বৰ শৰ্ম্মা, বি, এ।

---

৭

ভৈৰবী—তেওট।

হায়! মোৰ কপাল খান,
বাল্লা ভাত কেমান খাম,
আজিক লেগি বিয়া নহাল মোৰ।

সাত পৰ্গনা ফুল্যো ঘূৰি,
আপীত লাগেই আড়েই কুৰি,
নেদে ধল্লি কাবৌ কল্লি,
কেন্কে মৰাহ মৰ।
নম্রে কিযা বাপাক গিলা,
বাৰেই থৈচি আপী গিলা,
ৰাহাক্কেই টাকা নাপ্লি,
কৰ্ব্বা নেদে ঘৰ॥

সত্যনাথ বৰা বি, এল্।

---

৮

পিলু—খেম্টা।

খোপাত মালতী চাকি
কিযনো পিন্ধিছা।
তামোল খাই বদন খনি
ৰাঙ্গলী কৰিছা॥

গলত সাতসৰী হাৰ,

মূৰত দিছা লেভেণ্ডাৰ,

বিলাতী কাচনে আজি,

কিয়নো কাঁচিছা ॥

সত্যনাথ বৰা বি, এল্।

---

৯

ভৈৰবী—খেমটা।

ৰোজ পাউডাৰ গালত ঘঁহি

গাভৰু হবলৈ খোজা.

জেটুকাৰে ৰোলাই হাত

ভৰিত পিন্ধিছা মোজা।

লেৰেলা যৌৱন ঢাকি,

কেলেই কৰিছা ফাঁকি,

মূৰত বান্ধিছা তুলি

খেকেৰু পতীয়া খোপা।

কৰিছা পখৰা ভেম,
জ্বলাই তুলিছা প্ৰেম,
ৰৰলাক ভুলাবলৈ
দিছা কত সোপা গোঁজা ॥

সত্যনাথ বৰা বি, এল্।

---

১০

পিলু—খেম্‌টা।

মৰোনেকি মেকুৰিটো
বাটত উজুটি খালোঁ।
আশা ছেদী হঁতৰ তাপত
থাকিব নোৱৰা হলোঁ।
নিজেই বিচাৰে বৰ
তেও কথা বৰ বৰ
চিপিনা মুখেৰে ক'লে
মই হেনো বুঢ়ী হলোঁ।

কতকক ভাঙ্গিলোঁ।
কতকক পাতিলোঁ।
বুটী বুলি কাৰো মুখে
কোৱা তেও নুশুনিলোঁ। ॥

সত্যনাথ বৰা বি, এল্।

---

১১

টোৰী ভৈৰবী—দাদ্ৰা।

তুমি কাৰনো জীয়ৰী ;
কাখত কলহ লই যোৱা
এনে হাঁহি মাৰি।
ক'লৈ যোৱা অকল সৰে,
খোপাৰ মালতী লৰে,
প্ৰেম হাকুটিয়ে পালে
( তোমাক ) নিব আজোৰ মাৰি।
মেৰাই ধৰিব চাবা পাছে প্ৰেমৰ জৰি ॥

লক্ষেশ্বৰ শৰ্ম্মা বি, এ।

---

১২

টোৰী ভৈৰবী—দাদ্ৰা।

যূতি ফুলৰ চাকি ঐ ;
হিযাৰ প্ৰেম ঢালি গাঁথা
কোন ডেকা লৈ।
এটী এটী ফুল তুলি
গাঁথা চাকি হালি জুলি
কাকনো দিবলৈ গাঁথা
( তুমি ) এনে যতন কৈ ॥

সত্যনাথ বৰা বি, এল্ ।

---

১৩

লুম ঝিঝিট—খেমটা।

সত্য কৰি কোৱা তোমাৰ
কোন নো আপোন।
তোমাৰ প্ৰেমত পমি গলো
যেনে পানীত লোণ ॥

মই মৰোঁ তোমাৰ শোগত
তুমি ফুৰা কাৰ লগত
কোন ৰসিকক শোভা কৰা
যেনে পূর্ণ জোন॥

সত্যনাথ বৰা, বি, এল্।

---

১৪

কালেংৰা – কাশ্মিৰী খেম্‌টা।

কিনো ৰূপে শোভে সতী,
পতি সহ মিলনে।
সমানে সমানে বিধিৰ
এনে জোৰা দেখিবলৈ নাই
দুইকো দুইও মিলিছে এনে,
যেনে ৰতি মদনে॥

লক্ষ্মীনাথ বৰা।

---

১৫

পিলু খেম্‌টা।

আজি কি কুক্ষণে কাৰ ৰতনে
মোহিলে হিয়া।
এনে চিকোন, চঞ্চল নয়ন,
ক'তো নাইকিয়া;
জোনতো অধিক জ্বলিছে বৰণ,
দেখিলে যোগীও হয় বলিয়া।
উৰুৰ ভৰে বুকুৰ ভৰে
হংস গতি যায়;
আহাঁ ৰূপহী কাখত বহি
জুৰুৰা দগধ হিয়া॥

লক্ষ্মীনাথ বৰা।

---

১৬

বাহাৰ ঢিমা তেতালা।

চেচ্‌া পোৱা হলো মই হিয়া বিলাই।
তবো পিৰিতি আৰু থাকোঁতে জীয়াই ॥
পাৱত ধৰিলোঁ
যৌৱন সপিলোঁ
এতিয়া বধুৱা কিয উভতি নেচায়।
সাদৰ বচনে
ভুলায পৰাণে
অৱশেষত দুখ দিয়ে, বিৰহে বুৰাই ॥

সত্যনাথ বৰা, বি, এল্।

---

১৭

পিলু -খেম্‌টা।

পুৰুষক আশয় দিয়েই
হলো ময় জলা-কলা।
আতোল্‌তোল্ কৰে পোনে,
পাচতে গা দিয়ে এৰা ॥

মুখৰে কথাত
ৰমণী ভুলাই
মুনিহ অতি তিৰকালি
কদাপি নপৰে ধৰা।

সত্যনাথ বৰা, বি, এল্।

---

১৮

পিলু খেমটা।

কথা এটি শুনি যোৱা
ও মোৰ ভোটা তৰা।
কালি গধূলি পৰ• এই দৰে আহি যাবা॥
ইলাচি আতৰে
লঙ্গে যাইফলে
মিচিকি মিচিকি হাঁহি
তামোল খনি খাই যাবা॥

সত্যনাথ বৰা, বি, এল্।

---

১৯

মিশ্র ঝিঝিট্ আড়া খেম্‌টা।

যোৰ্‌া যোঁৰা নোজোকাবা
দেখা পালে বেয়া হব।
আয়ে তো পাৰিব গালি
মানুহে গৰিহা দিব॥
আঁচল ধাৰ নেটানিবা,
মুখলৈ চাই নেহাঁহিবা,
আগ ভেটি নধৰিবা
সখি হঁতে দেখা পাব॥

সত্যনাথ বৰা, বি, এল্।

---

২০

লুম ঝিঝিট খেম্‌টা।

যা ধদুৱা কেলেহুৱা ফাতিহা নকৰ।
তোৰ নিচিনা কত ডেকা ৰাখিছোঁ চাকৰ॥

কাবৌ কৰে কত ডেকা

ভৰিতে ইংৰাজী জোতা

মুৰত মজাৰ সেওঁতা ফলা

উৰ্ম্মালে আতৰ ॥

কত জনে খাটে মোক,

পিন্ধি টুপি ঠেঙ্গা কোট,

কত বাবুই কৰে আহি আদৰ সাদৰ ॥

সত্যনাথ বৰা, বি, এল্ ।

---

২১

পিলু দাদ্‌ৰা।

কথাত নমজে মতা

তেন্তনো তয় কি ৰচকী,

মিছাতে লচ্‌পচাৰ,

ৰমক্ জমক্ কাচন কাচি।

একেতো উতলা মতা,
তাক ভুলোৱা কিমান কথা,
চকুৰ ঠাৰতে পাৰো,
মজাই দিব ৰতি-পতি।
যেতিয়া গাভৰু ছিলোঁ,
কত ডেকাক সেকা দিলোঁ,
এতিয়াও নয়ন ঠাৰে,
মৰে ডেকা জ্বলি ভকি॥

সত্যনাথ বৰা, বি, এল্।

---

২২

টোড়ী ভৈৰবী দাদ্ৰা।

তেওঁনো কিহৰ কুটুম ঐ;
মন ভুলায় মাথোঁন বাৰেপাচি কথা কৈ।
মাতোঁ যদি আহিবলৈ
আঁতৰ হৈ যায়গৈ
তুমি যদি কাষক যোৱা যায়গৈ দূৰৈলৈ॥

লক্ষেশ্বৰ শৰ্ম্মা, বি, এ।

২৩

মিশ্র বাৰোঁৱা দাদ্ৰা।

লাহৰি আজি মালা পিন্ধাওঁ
মনৰ স্থখেৰে।
টগৰ পদুম বকুল কদম
মিলাই যুতি ফুলেৰে।
শোভা পায় যতে যিহে বলয়া ভূষণ
তাকে দি সজাম কাচি বিলাতী কাচন
গলতে দিওঁ সাতে-সৰী,
চকুত দিও অঞ্জন,
কানত পিন্ধাওঁ মকৰ কুণ্ডল
বুকুৱাওঁ আতৰেৰে॥

লক্ষেশ্বৰ শৰ্ম্মা বি, এ।

২৪

ইমন ভূপালী—আলাপ।

আমি ডাঙ্গৰীয়া ঘৰৰ সন্তান।

আমাৰ একাঁহী পুৰুষে আজিতালি বহুমান।

সুঁৱৰি সেই অতীত স্মৃতি আছোঁ হৃষ্ট চিত্ত অতি,

বই পিঠীত সদায় পৰে দিয়া অপমান।

ধন নাই—দুখ নাই—

(কিন্তু) আশ্রয় কানি,

জ্ঞান নাই তেও কিন্তু সমাজত মানী

বিভোল প্ৰাণ সদায়, দেখি এই অসাৰ সপোন।

যদিও আই সৰস্বতী আমাৰ প্ৰতি ৰুষ্ট

দুষ্টা সৰস্বতী সদায় কিন্তু তুষ্ট,

সেই হেতু তেওঁ আছে সদায়,

কৰি আমাৰ স্কন্ধাৰোহণ।

পিতাৰ পিতৃব্যৰ পিতামহৰ

আছিল এখন ঢাল,

মাহীৰ মোমাইৰ সখিৰ এখন তৰোৱাল।

আছিল আমাৰ ঘৰত লম্বমান।

বীৰত্বৰ পুৰাতন এই চানেকী
দেখি প্ৰাণ হৈছিল সদায় সুখী,
কিন্তু যুজৰ নাম শুনি হৃদি হয় কম্পমান।
নগণস্যাগ্ৰতো গচ্ছেৎ,
সদায় ঘৰত বহি দুগ্ধং পিবেৎ!
স্মৰি এই মহাজন বাক্য—
গ্ৰহণে তৎপৰ আমি ভাঙ্গ আৰু পান।
ভয় নাই অসমীয়া, কিয় পাছ ফালে চোৱা
হওঁ আহাঁ সবে আগুৱান।
যদি কিবা দেখাহে বেকায়,
চলিযাবা খুব বেগাই
নিজৰ ভৰিৰ বীৰত্ব দেখুৱাই।
লৈ নিজ নিজ মূল্যবান প্ৰাণ।
এইৰূপে যদি আমি কৰোঁহে কাৰ্য্য,
বুলিব সকলে ইহঁত প্ৰকৃতে আৰ্য্য,
হব আমাৰ দেশ আমাৰ ৰাজ্য,
কেবল সাৰ খিনি মাত্ৰ পৰে কৰিব গ্ৰহণ।

গোপালকৃষ্ণ দে।

২৫

ইমান পূৰৱী—একতালা।

নাৰাৰ মন বুজিব কোনে প্ৰেমিক যিজন
সেয়ে হে বুজে,
ভোমোৰা প্ৰেমিক দেখি ফুলে মাথোন
তেওঁকে খোজে।
আজলি অবলা বালা, ভাবি ভাবি জ্বলা-কলা
যিজনে প্ৰেম নেজানে তেওঁনো কিয় আশাত মজে।
নিকুঞ্জ কাননে পশি, মলয়া বতাহে ঢুলি
প্ৰেমিকাই প্ৰেমিক প্ৰাণক আপোন ভাবি
ৰঙ্গেৰে পূজে।

বিনন্দিৰাম।

২৬

মিশ্র ঝিঝিট—দাদরা।

আহাহে অলি ৰূপৰ ডালি ফুল তোলোঁ আহা।
আমি ৰাণী সাজিছোঁ আমি ৰাণী সাজিছোঁ
ৰজাৰ বেগম জম্ জমা জম্ পেনে ধুনীয়া।
নবীন গানে নবীন তানে মন মজাওঁ আহা,
নয়ন বানে প্রেমিক জনে মদন হানা।

বিনন্দিৰাম।



# ষষ্ঠ অধ্যায়।

## বিবিধ সঙ্গীত।

১

বিহঙ্গৰা—জলদ তেতালা।

আজি ৰাতি কেনে জোনে হাঁহে চিকুন।
ভুবন ভুলাই তৰাৰ মুখ চাই
ৰসে ঢলি পৰে হলি
ঢালি মন প্ৰাণ প্ৰেমে মগন ॥
বলিছে মলয়া শীতল কৰি হিয়া,
হালিছে জালিছে ফুল কলি,
ভোমৰা কলিয়া পৰিমলে মতলীয়া
উৰিব নোৱাৰে পৰে ঢলি,
মিলে প্ৰাণে প্ৰাণে প্ৰাণ
দেখি জুৰুৱাঁ নয়ন ॥

হেমচন্দ্ৰ গোস্বামী।

২

খাম্বাজ--চৌতাল।

আহা সবে ভাই স্নেহ মালা লই
পিন্ধাওঁ আগ্রহে জাতীয় প্রেমত।
যাব অলপতে বান্ধি অকপটে
আমাসাক এই বন্ধুতা পাশত॥
বিদায় মেলানি অতি অসহনি
লাগিব মাগিব তথাপি দুখেৰে
খাটোঁ। কিন্তু আমি নুখুজিবা তুমি
স্মৰণ শকতি কি আছে অন্তৰে।
মৰমৰ চাব আৰু কত ভাব
হৃদয়ত আঁকি ৰাখিলা যিখিনি
মন নেমেলিবা তাক নুখুজিবা
কৃতজ্ঞতা পাশে ৰলোঁ সবে ঋণী॥

ৰামেশ্বৰ বৰুৱা, বি, এ।

৩

খাম্বাজ কাওৱালী।

বিপদ ভয় ভঞ্জন কাৰা,
কৰাহে কৃপা প্ৰভু
নিজগুণে।
আমাৰ আজি এই উদ্দেশ ধৰি
যাব পাৰোঁ যাতে নিতে আগ বাহি
খিয়লা খিযলি যাওঁ পাহৰি।

হেমচন্দ্ৰ গোস্বামী।

---

৪

মুলতান একতালা।

নমো বীণাপাণি বসন্তৰ ৰাণী
পৰমা প্ৰকৃতি দেবী।
সৰ্ব্ব সিদ্ধি দাত্ৰী, জ্ঞান অধিষ্ঠাত্ৰী
প্ৰেম করুণাৰ ছবি॥

জগত পূজিতা অমৰ বাঞ্চিতা
উচ্চ কুচ পয়োধৰা।
তুমি জ্ঞান সিন্ধু দিয়া শান্তি বিন্দু
স্নেহ মন্দাকিনী ধাৰা॥
অবোধ সন্তানে বান্ধি আশা প্ৰাণে
পৰিছোঁ চৰণে লুটি।
অজ্ঞান আন্ধাৰ গুচোৱা মনৰ
বৰষা জ্ঞানৰ জ্যোতি॥

ৰঘুনাথ চৌধাৰী।

---

৫

ইমন কল্যাণ--আড়াঠেকা।

আজি কিনো শুভদিন, দুখীয়া জীৱনে।
পূজিছে সকলো মিলি, পুৰুষ প্ৰধানে॥
ষিজনে জনম লভি, বিচাৰি শাস্ত্ৰ সুৰভি,
বিলালে বিমল জ্ঞান ভকত জনে॥

যাৰ ঘোষা ৰত্নাৱলী, মুক্তিত নিস্পৃহা বুলি.
শিকালে ভক্তি নিষ্কাম অজ্ঞানী জনে ॥
যাৰ শুদ্ধ নাম স্মু ৰি, যায় জীব ভব তৰি
কৰা সবে গুণ গাণ পবিত্র মনে ॥

হেমচন্দ্ৰ গোস্বামী।

---

৬

দেশ—কাৰ্‌কা।

মউ পিউ পিউ কৰে প্ৰাণ ভৰি
চোৱাঁ সুধা সৰে জৰি জৰি ॥
কিনো চাবা শোভা,
জ্বলে পুণ্য প্ৰভা,
বয় শান্তি ল'ই ৰূপে ৰস চৰি।
যাওঁ উটি বুৰি,
চাওঁ ঘূৰি ঘূৰি,
গাথোঁ তৰা ফুল, নাচোঁ চালি ধৰি ॥

পদ্মনাথ বৰুৱা।

---

৭

ঝিঁঝিট কাওৱালা।

অযোগ্য সন্ততি আমি
স্বৰ্গীয় জনম ভূমি,
কৰ্ত্তব্য পাহৰি সৰে
কি হলোঁ নোচোৱা গমি।
আমাৰ জনম ভূমি,
নাছিলে একোতে কমি,
আমিহে বিপথ গামী
হলোঁ পুত্ৰ অকৰমী।
অতীত গৌৰৱ স্মৰি
হিংসাদ্বেষ পৰি হৰি,
সেৱোঁ মাতৃ পদে পৰি
হম নতু অধৰমা।

হেমচন্দ্ৰ গোস্বামী।

৮

ইমন বেহাগ--আড়াঠেকা।

নাই হে নাই, উদাস যি প্ৰাণ
কি আছে তাৰ মোহ মায়া।
ভোগ তৃষ্ণা, উলাহ বিলাহ
সকলো হাঁয় মৰুৰ ছাঁয়া।
সংসাৰত থাকে বুলি
নেধাৰে সি প্ৰেম ভুলি,
নেভাবে ক'ত পু' ভাৰ্য্যা,
মজে লই আপোন কাঁয়া॥

পদ্মনাথ বৰুৱা।

---

৯

ইমন কল্যাণ একতালা।

আজি শুভ দিনে, মিলি প্ৰাণে প্ৰাণে
কৰোঁ আহাঁ সবে ঈশ আৰাধনা,
ভাতিছে চৌদিশে ৰাঙলী কিৰণ
শোভিছে প্ৰকৃতি দিব্যা ভৰণা।

শুনা কান পাতি, আজি সুৰ লোকে
করুণ সুৰত বাজে প্রেম বীণা।
প্রেম অনুৰাগী বিহগ বিহগী
ল লত পঞ্চমে গাইছে বন্দনা॥
নীল সিন্ধু গিৰি বন উপবন
নিখিল ভুবন যাৰ ৰচনা,
ৰেখটিৰ দৰে প্রতি পাতে পাতে
আছে নামাঙ্কিত স্নেহ করুণা।
এনে শুভক্ষণে স্বদেশী বিদেশী
আহাঁ মিলি গাওঁ সৰল বন্দনা,
গাওঁ ঐক্য তানে হৃদয় তন্ত্রীত
কৰো জগতত বিজয় ঘোষনা॥

ৰঘুনাথ চৌধাৰি।

---

১০

মেঘ মিশ্র ঢিমাতেতালা।

ধীৰ মেঘ দলে ধীৰে ধীৰে ধীৰে
থিৰ গগন ঢাকি যায় ;
ধীৰ দিনকৰে ডাৱৰ ওৰণি ঠেলি
ধীৰেৰে ফুলনি জুমি চায়।
ৰঞ্জি কুঞ্জ বন
পুঞ্জ পুঞ্জ ফুল
ফুলিছে ফুলনি জুৰি ঠাঁয় ;
গুঞ্জি গুঞ্জি, ফুল
চুম্বি অলি কুলে
ৰঙেৰে ফুৰিছে মধু খাই ;
জুৰ মলয়া বলে, ধীৰে অমিয়া ঢালে
কুলিয়ে ললিত গীত গায়।
মন বিভোল বন শোভা চাই ॥

চন্দ্ৰধৰ বৰুৱা।

১১

ইমনকল্যাণ একতালা।

কুঞ্জে কুঞ্জে ফুৰোঁ ৰঙ্গে যতেক ৰঙ্গিনা

আহাঁহে সঙ্গিনা।

ফুৰোঁ নিজন কান্ত বন আমি বনৰাণী

বনবিহাৰিনা, ভুবন মোহিনী,

আহাঁহে সঙ্গিনী।

(আমি) সমূলি ফেনৰ ঢৌ, দুৰতে হাহি বিলাওঁ

চালে চকু জৰাওঁ, ধৰিলে কেনিবা যাওঁ;

নতুন অঙ্গি, নতুন ভঙ্গি, নতুন ৰঙ্গিনী,

বন বিহাৰিণী, ভুবন মোহিনী

আহাহে সঙ্গিনী।

চন্দ্ৰধৰ বৰুৱা।

---

১২

পুৰবী আড়াঠেকা।

আহা জীৱ এৰি আজি মানপী জীৱন,

এতালা ঢুকালা দেখি জীৱন স্বপোন।

কেনি আহি কেনি গ'ল,

কিনো কাৰ্য্য কৰা হ'ল,

কিয় আহি কিয় গ'ল নাই নিৰূপণ।

পৃথিবীৰ মোহ মায়া

পৃথিবীতে এৰি থোৱা,

পাব আজি পুণ্যধাম অতি বিতোপণ ॥

চন্দ্ৰধৰ বৰুবা।

---

১৬

মিশ্ৰ কেদাৰা ঢিমাতেতালা

আহা সবে মিলি যাওঁ

দেখিম মিলন ভাও

গাওঁ আহা উলাহেৰে

সতী গুণ গান।

সতীত্ব বিমল যশে

দশো দিশ উজ্বলিছে

আনন্দে ভৰিছে ত্ৰিভুবন।

অশ্বপতি নৰবৰ
পালে শত পুত্ৰ বৰ
অন্ধ ৰাজে পালে ৰাজ্যদান,
ৰাজ পুত্ৰ সত্যবান
এবাৰ হেৰাই প্ৰাণ
পালে পুনু নতুন জীৱন।
আহাঁ সবে মিলি
দেখোঁ প্ৰাণ ভৰি
সতী পতি প্ৰেমৰ মিলন,
বিৰহ যাতনা শেষে
প্ৰেমিক প্ৰেমিকা কাষে
কৰিছে প্ৰেমৰ আলাপন।
কীৰ্ত্তিনাথ বৰদলৈ।

১৪

পিলু মিশ্ৰ—জলদ তেতালা।

চোৱাঁ সখি আজি
নতুন ধৰণে সাজি
কেনেনো শোভিছে ফুলনি ;

ভোমোৰাই গুন গুন
মাতে কেনে সুচিকুণ
শুনা শুনা কি শুরলা শুনি।
গোলাপ টগৰ যুতি
ৰঙ্গেৰে হাঁহিছে অতি
স্বৰগৰ তৰা হেন জানি ;
বিধে বিধে তুলি ব'লা
বিনা সুতায় গাঁথি মালা
পূজোঁগে গণেশ জননী ॥

উপেন্দ্রচন্দ্র দাস।

---

১৫

ঝিঁঝিট- আড়াঠেকা।

ইবাৰ দয়াময় দয়াময়
কৰাহে করুণা অধমে
সদয় হই।

অনাথ কৰিলোঁ মই
প্ৰাণৰ দুটি পুতাই
সাধ্বী সতী জয়মতী
হেৰুৱালোঁ হায়,
ৰাজ কুলে জন্মি আজি
ফুৰো ভিক্ষা লই।
সুখৰ সংসাৰ মোৰ
পৰিল অকালে ওৰ
আজি পাপ সাগৰত
ডুবি মৰো মই ,
দিয়া পতিতক প্ৰভূ চৰণ অভয় ॥

দুৰ্গানাথ চাংকাকতি।

---

১৬

ঝিঁঝিট—আড়খেমটা।

আহা গাওঁ মিলি সবে জয় ;
আহা কি সুখৰ আজি উজান বয়।

সুখৰ গীত পুৰা হ'লে গায,
কৰ্ত্তব্যৰ পাছে লৰি সব প্ৰাণী যায ;
তুমি কিয থাকা পিচু যাই
(হেৰা) মানব জনম কৰ্ম্ম মায ॥

দুৰ্গানাথ চাংকাকতি।

— —

১৭

সাহানা—ঝাঁপতাল।

সুন্দৰী ফুলনি আজি আহা কিবা শোভা পায
লাখে লাখে ফুলে ফুল দেখিলে হিযা জুৰায়।
কিযে কেন কৰে মন,
কিয এনে উচাতন
মলযা বতাহে যেন প্ৰাণ মোৰ উৰি যায।
নীলাকাশে জ্বলে তৰা
ফুল্ল মনে হাঁহে ধৰা
কুলিযে ডালৰ পৰা পঞ্চমত কুহু গায়।

ৰত্নধৰ বৰুৱা, বি, এল্।

———

১৮

সুৰট মল্লাৰ—ঢিমাতেতালা ।

উঠাহে উলাহে গাওঁ গান, সখি !
অমানিশা যায়
উষাৰ কিৰণ পায়
জিলিকি ধৰনা আহা সুখে ভৰা প্ৰাণ ।
নীলাকাশে হাঁহে
মধুৰ মলয় বহে
তৰুলতা ফুলে নাচিছে উলাহে
গাইছে ডালত কুলি প্ৰাণ বিমোহে
ৰসময় আজি প্ৰাণে
নায় লাজ মান ।

দুৰ্গানাথ চাংকাকতি ।

১৯

ইমন কল্যাণ—আড়াঠেকা।

আজি কিনো শোভা দেখো নযনে
শোভিছে মাযাৰ পুৰী
চাৰু ভূষণে।
এই যে মায়াৰ পুৰী ৰাজ নগৰী
ধৰে কিবা শোভা আজি
অতি মনোহৰ ॥
এই মায়াপুৰে দুখনিশা ওৰে
মিলি সৱে পিতা পুত্র পত্নীগণে,
নিৰঞ্জন কামপুৰী, মিলিব আজি
তৰানামে সতী ৰতনে ॥

লক্ষ্মীৰাম বৰুৱা।

২০

ইমন কল্যাণ—আড়াঠেকা।

(আজি) ধীৰে যায বহি মলয পৱন।
সুমঙ্গল চাৰি দিশ উজলি ভুবন।
গায আজি ভক্তি ভাৱে
পৃথিবীৰ লোক সৱে
বিমল আনন্দ মনে মাধৱৰ নাম।
নিষ্কাম ভকতি জ্ঞান,
কৰিলে যি জনে দান,
জাৰক তাৰিলে হই অধম তাৰণ।
যি জনৰ নাম স্মৰি,
জীৱন পবিত্ৰ কৰি,
আহাঁ ভাই কৰোঁ সৱে মুক্তিৰ বিধান।

নবীনচন্দ্ৰ বৰদলৈ, বি, এল্।

২১

মলতান—একতালা।

বন্দে দেৱ মাধৱ জাৱ বান্ধৱ
মহান পুৰুষ নাম।
বৈষ্ণৱ গণ শিৰ ভূষণ
ভকত মহা নিষ্কাম॥
এক সনাতন ভজন পূজন
একহি নাম মন্ত্র।
অন্য দেবা দেৱ নোহে নোহে কেৱ
মিছা পূজা বলি তন্ত্র॥
পৰম পুৰুষ পৰম অনন্ত
পৰম প্ৰেমৰ তত্ব।
প্ৰচাৰ কৰিলা জীৱক তাৰিলা
কিমত তান মহত্ব॥
হেনয পবিত্ৰ যাহাৰ চৰিত্ৰ
সেই প্ৰভু মহাজন।

চৰণ কমলে ভক্তি পুষ্পদলে
পূজা, হৈ এক মন ॥

নবীনচন্দ্র বৰদলৈ, বি, এল্।

---

২২

ভূপ খাম্বাজ—একতালা।

( নমো ) দেৱ মাধৱ ভক্ত বান্ধৱ
ৰাজীৱ তযু চৰণে।
নিষ্কাম ধৰম, প্রচাৰিলা দেৱ
শাস্ত্রক মথিলা জ্ঞানে।
যোগী সনে দেৱ বিহৰা সুখে
স্নিগ্ধ সুনীল গগনে,
সাৰ যুকুতি প্রকাশি মোহিলা
নাজানো কি যোগ ধ্যানে।

যি পথে দি গলা চিন থৈ তুমি
সি পথক ধৰি সকলোৱে মিলি
আহাঁ ভাই আহাঁ, যাওঁ উলাহেৰে
সেই মহাজন স্থানে।

লক্ষেশ্বৰ শৰ্ম্মা, বি, এ।

---

২৩

সিন্ধু খাম্বাজ—দাদ্ৰা।

কিয় বাজে মধুৰ বাঁহী
আজি খুলি মন প্ৰাণ
সুমঙ্গল গান
কিয়বা জগতে গাই।
কিয়বা ভকতে আজি
ভকতি সাগৰে মজি,
প্ৰেমে মাতোৱাৰা
"নামে" সুখ ভৰা
বিভোল কলৈবা চাই।

এৰি হোম বলি দান
অতি নিৰমল, ভকতি ৰসাল
অব্যক্ত ঈশ্বৰ ধ্যান ;
শিকালে যি জনে
সেই মহাজনে
মাধৱৰ তিগি আজি।

গিৰীশচন্দ্ৰ বৰদলৈ, বি, এ।

---

২৪

ললিত—একতালা।

বীৰ প্ৰসবিনী অসম জননী
আজি কিয দেখো এনুৰা দুখুনী।
তোমাৰ বুকৰ পুৰুষ শঙ্কৰ,
পবিত্ৰ পুৰুষ সুপবিত্ৰ জ্ঞানী।
আজিৰ দিনত পবিত্ৰ পাদত
কৰোঁ আহাঁ পূজা সৱে মিলি আমি,
অবোধ সন্তান আমি হে অজ্ঞান
ক্ষেমিবা সকলো লৰামতি জানি।

জ্ঞাননাথ বৰা।

২৫

ইমন ভূপালী—একতালা।

জয় জয় জয় দেৱ
শঙ্কৰ পুৰুষ হে।
ধৰ্ম্মৰ আকৰ পুৰুষ ঈশ্বৰ
প্ৰণামো চৰণে হে।
তোমাৰ গুণত অসম মোহিত
মোহিত পৃথিৱী হে।
তোমাৰ পদেৰে পবিত্ৰ ভাৱেৰে
শিকালা ধৰম হে।
তোমাৰ চৰণ কৰো আৰাধন
ক্ষেমিবা দোষক হে।
অবোধ সন্তান আমি হে অজ্ঞান
নেজানো পূজন হে।
আজি অসমৰ যত নাৰীনৰ
তযু গুণ গায় হে

আমিও মিলিছোঁ গাও বুলি তযু
সুপবিত্র নাম হে।

অম্বিকানাথ বৰা।

---

২৬

সাৰঙ্গ মিশ্ৰ—টিমাতেতালা।

সকলোৱে আজি প্ৰেমৰসে মজি
পূজা দেৱ শঙ্কৰ চৰণ।
অসীম প্ৰেমে অসীম জ্ঞানে
সাধিলে যি দেশৰ কল্যাণ।
ভক্তি হীন প্ৰাণে ভক্তিৰস দানে
প্ৰেমময় কৰিলে যি প্ৰাণ।
সৰজিলে ভাষা দিলে নব আশা
প্ৰচাৰিলে নিষ্কাম ধৰম।

কৰ্ত্তব্য পালন　　　পৰম সাধনা
এনে শিক্ষা যি জনৰ দান।
সেই মহাজনে　　　সবে এক মনে
পূজি আজি লভা তত্ত্ব-জ্ঞান।

গিৰীশচন্দ্ৰ বৰদলৈ, বি, এ।

---

২৭

অহং—একতালা।

উঠা বীৰ সব উঠা কাচি পাৰি,
সমুখ ৰণত হোৱাঁ শাৰী শাৰী ;
লোৱা অস্ত্ৰতুলি যাৰ ভাগে যেনে,
বধাহে মানক আজিৰ ৰণে।
তোমাৰ দেশক নিলে মানে কাঢ়ি,
তোমাৰ ভেঁটিত গজালে ডুবৰি ;
তোমাৰ ৰজাক পেলালে খেদি,
লাগেনে আৰু বিলাই বিপত্তি।

তোমাৰ কিনো নকৰিলে মানে ?
তোমাৰ শিশুক বধিলে প্ৰাণে,
তোমাৰ ভায়াক পেলালে কাটি,
তোমাৰ তিৰোৰ মাৰিলে জাতি।
বীৰ হোৱা যদি তোমা সকলোৰে,
লোৱা অস্ত্ৰ তুলি যাৰ ভাগে যেনে,
কৰাহে সহিত দেৱতালৈ চাই,
কাটিম মানক আজিৰ ৰণে ॥
বধিম মানক সমুলঞ্চে আজি,
নথওঁ নথওঁ নথওঁ মান ;
থুকুচি থুকুচি কাটিম মানক,
তেবেসে জুৰাম তাপিত প্ৰাণ।
ৰাক্ষস পিশাচ পাষণ্ড মান,
কাটিম কাটিম কৰি খান খান ;
গুচাম গুচাম দেশৰ বৈৰী,
ৰাখিম কীৰিটী জগত জুৰি।
জয় অসমীয়াৰ জয়,
জয় স্বৰ্গ দেৱতাৰ জয় ;

গোৰাঁ বীৰ সব সৱে বাহু মেলি,
কৰা সত্য পণ দেৱতালৈ চাই ।
"ৰাক্ষস, পিশাচ পাষণ্ড মান"
"কাটিম কাটিম কৰি খান খান" ।

ৰজনী কান্ত বৰদলৈ বি, এ ।

২৮

সিন্ধু মলাৰ    ঠিমা তেতালা ।

আঁহা সখি আঁহা যাওঁ
নিকুঞ্জ বনলৈ ।
মোহন মুৰাৰি পীত বংশী ধাৰী,
বাঁহী হাতে ৰখি আছে তোমালৈকে চাই ॥
কানু প্ৰেম ৰসে
হৃদয় উপচে
চাওঁ ব'লা প্ৰেম খেলা খেলে কেনেকই ॥

গিৰীশচন্দ্ৰ বৰদলৈ বি, এ ।

২৯

ছায়ানট—কাওৱালী।

ফুলিছে যূতি, মোৰ ফুলনিতে
ভোমোৰা আহি ধৰিছে লোভতে।
ৰূপহী যূতি, মুখেৰে নেমাতি,
হাঁহি হাঁহি, পৰে উলাহতে।
ঘূৰি ঘূৰি ফুৰিছে ভোমোৰা,
উৰি উৰি সুধিছে বতৰা,
দিয়া মধু পিব, যূতি সুবদনি,
হালি হালি নপৰা লাজতে॥

লক্ষ্মীনাথ বৰা।

---

৩০

মিশ্র মূলতান—একতালা।

কি সুন্দৰ ৰূপ আজি দেখোঁ নয়নে।
স্রজিলে বিধাতা কিনো ৰমণী ৰতনে॥

তেজে ফুটো ফুটো কৰে, মুনি জন মন হৰে,
আছে যদি ভাগ্যে হব স্বৰ্গসুখ মিলনে ॥

লক্ষীনাথ বৰা।

---

৩১

তুক্ক সুৰ—একতালা।

মালতীৰ এপাহি, বকুলৰ এপাহি,
যূতিৰে এপাহি লৈ।
প্রেম গাঁথনিৰে প্রণয় ডোলেৰে
আহাঁ মালা গাথোঁ গৈ ॥
সোণালী ৰহণে তাতে জোনাবায়ে
সুধা ঢালি দিব গৈ।
ৰুক্মিণী সুন্দৰী শ্যাম গলে ধৰি
ৰঙ্গেৰে পিন্ধাব গৈ ॥
কুণ্ডিল নগৰী শোভিছে লগৰা
শ্যাম ৰুক্মিণীকে লৈ।
যতেক সুন্দৰা এৰে ঘৰ-বাৰী
শ্যামত বলীয়া হৈ ॥

লক্ষেশ্বৰ শৰ্ম্মা বি, এ।

৩২

সাহানা--ঝাপতাল।

নেলাগে আনিব ছিঙি,
আছে ফুলি ফুল পাহি,
আলসুৱা বন ফুল ছিঙিলে পৰিব বাহী।
তুলি ললে সাদৰেৰে,
লাজতেই জঁই পৰে,
পাতৰ আৰত হলে থাকে মিচিকাই হাঁহি।
আঁতৰতে থাকি সখি,
অলক্ষিতে থাকা ৰখি,
কি জানি আজলী দেখি ভোমোৰাই বিন্ধে আহি॥

ৰাধানাথ ফুকন এম, এ, বি, এল্।

---

৩৩

ঝিঝিট খাম্বাজ— একতালা।

(আজি) বজোৱাঁ বজোৱাঁ বজোৱাঁ হেৰা,
জগত ভুলা মোহিনী তান,
চৰায়ে নাচক, তবধ লাগক,
আটায়ে মিলি গোৱাহি গান।

আকৌ পৃথিবী ৰঙ্গত ভুলিব,

ফুলনিত ফুল আকৌ ফুলিব,

কবিতা শুনিম, সুখত উটিম,

বানায়ে দিব করুণা দান।

আকৌ সুখৰ মলয়া বলিব,

তোমাৰ পোহৰ আকৌ পৰিব,

তোমাৰ গুণত পুৰক জগত,

মদনে ধৰিব ফুলৰ বান॥

দেবেন্দ্ৰনাথ বৰুৱা।

---

৭৪

মিশ্ৰ ললিত একতালা।

ই মিলন গুণে কি শোভা শোভিছে,

কিয়নো আজি অন্তৰে কান্দিছে।

অতীত অতীজ, স্মৃতি সুৱৰি যে,

প্ৰাণ বীণা আজি সঘনে বাজিছে,

নেজানে কি সুৰে ই বীণা জোকাৰে,
কিবা সুখ-গীত ভাবিছে অন্তৰে ॥
কৰ্ম্মী জীৱনৰ চাপিলা ওচৰ,
জানিলোঁ হে ভাই হবা যে আঁতৰ,
সুখে দুখে থাকি হৃদয়ে হৃদয়ে,
বোৱালা চেনেহ অমিয়া ধাৰাৰে,
তাৰ যে সুতৰ্নী কি আছে কি দিম ?
প্ৰীতি সৰলতা কিহেৰে যাচিম ?
কামনা হে ৰেণু, বিভু চৰণৰ
হয় যেন তব অনু জীৱনৰ,
যাও বচনৰ সমিধান নাই,
বাঞ্ছো, লোৱা দিলো হিয়া উবুৰাই।

নীলমণি ফুকন।

---

৩৫

ইমন্ কল্যাণ—আড়াঠেকা।

সোৱৰঁা সকলে আজি মহত জীৱন,
মাতৃ ভাষা মাতৃ-ভূমি হিতৰ কাৰণ।
উচর্গি যি জনে প্ৰাণ এই জগতত
অক্ষয় কীৰিটি থ'লে নিজৰ গুণত
বছৰে বছৰে যেন সকলোৱে মিলি,
এই দৰে সমর্পিম ভক্তি পুষ্পাঞ্জলি।
আকিঞ্চন বীৰ পূজা শক্তি অনুসৰি,
লোৱা দেৱ উপহাৰ সৰল গোহাৰি॥

সদানন্দ দুৱৰা, বি, এ।

---

৩৬

বাগেশ্ৰী —আড়াঠেকা।

বিতৰা করুণা দেব ভকতি পৰাণ জুৰি,
তোমাৰে পূজাৰ যোগ্য হওঁ কাল অনুসৰি।

গঢ়ি যি ধৰ্ম্মৰ সেতু প্ৰজাৰ মঙ্গল হেতু,
সাধিলা সংসাৰ কাৰ্য্য নিজ স্বাৰ্থ পৰিহৰি।
ভাষা মালা গাঁথিলৈ বোৱাই জ্ঞানৰ নই,
বেদ গীতা ভাগৱত বুজালা সহজ কৰি,
সমাজ শোধিলা নিজে ধৰি দয়া প্ৰীতি কি যে,
পূজিছে সকলে আজি হোৱা তুষ্ট বাঞ্ছা পুৰি॥

ৰামেশ্বৰ বৰুৱা, বি, এ।

---

৩৭

সাহানা—যৎ।

কৰা কৃপা দয়ামন্ন কৰিছো মিনতি,
বীৰ পূজা আৰাধনা থাকে যেন মতি।
আমি অতি মূঢ় মতি, নেজানো মিনতি নতি,
তোমাৰ কৰুণা বিনে নাই আৰু গতি।
তথু দয়া হৃদে ধৰি, তোমাতে ভৰসা কৰি,
যথাসাধ্যে আৰাধিছোঁ পূজাৰ আৰতি।

নিজ গুণে তুষ্ট হৈ, যত দোষ ক্ষমি লই।
আশীর্ব্বাদ কৰা দেব ত্রিজগত পতি।
সময়ে সময়ে যেন, মিলো এই মন প্রাণে,
গুণী গুণ পূজা সেৱা আশকতি॥

ৰামেশ্বৰ বৰুৱা, বি, এ।

---

৩৮

বেহাগ খাম্বাজ—একতালা।

ভাব গতি বুজা গুণী গুণ পূজা
কৰে অভিলাষ অন্তৰে।
সকলোৱে আজি উলাহেৰে সাজি,
পূজো আহঁা অতি সাদৰে।
গুণীৰ লগত পৰি একালত
বিজুলীৰ দৰে জ্বলিছে যি জন,
ধৰ্ম্মৰ মাৰলি ঘোষা ৰত্নাৱলী
আছে যাৰ তেঁও জগত ৰতন॥

একেশ্বৰ বাদী ভাষাৰ সাৰথি
মাধৱৰ নামে পবিত্ৰ বিলাব।
ভক্তিৰ আৰতি স্নেহ শ্ৰদ্ধা প্ৰীতি,
তেওঁকে আৰাধি, কি যে জনা যাব॥

ৰামেশ্বৰ বৰুৱা, বি, এ।

---

৩৯

জয় জয়ন্তী—ঝাঁপতাল।

কালৰ সোঁতত পৰি, মোহমায়া আদি কৰি,
বহিব লাগিছে নিতে; প্ৰকৃতি জটিলা গতি।
যায় দিন যায় ৰাতি, অবাধে সকলো কাটি
এনে কাল ধৰে যেয়ে, সেযে অতি মহামতি।
স্মৃতি ধৰি অতীতৰ, পুণ্য আত্মা "আনন্দৰ"
স্মৰণ উদ্দেশে আজি, মিলিছোঁ সকলো আমি।
ভক্তি শ্ৰদ্ধা হৃদে ধৰি, বীৰ পূজা লক্ষ্য কাৰ,
পূজাৰ আৰতি দিওঁ ভক্তিভাবে মনে নমি।

হোৱাঁ তুষ্ট জ্ঞানাধাৰ ক্ষমা দোষ আমাসাৰ
নেজানো পূজাৰ বিধি, অজ্ঞান অভঁজা বুলি।
অনভিজ্ঞ আমি যত, তুমি জ্ঞানে পূর্ণ তত,
পূজা অর্থে দিছো কিন্তু, আগ্রহেৰে হিয়া খুলি।

ৰামেশ্বৰ বৰুৱা, বি, এ।

---

৪০

হাম্বিৰ—কাওৱালী।

স্মৰা আৰু এটিবাৰ,
সংসাৰ যুজত জয় অবশ্যে আমাৰ।
"আনন্দ" আদর্শ ধৰা, ক্ষুদ্ৰ স্বার্থ পৰিহৰা,
বিশ্বজ্ঞান তুলনাত সকলো অসাৰ।
জ্ঞানেৰে শোভিত হই, জ্ঞান নদী মথি লই,
জগত উন্নতি সাধা সেয়ে সাৰাৎসাৰ।
পাশ্চাত্য জ্ঞানক লভি, পূৰা জ্ঞানে হিঁয়া শোভি
মিলালে দুয়োকো তেওঁ জ্ঞানৰ আধাৰ।
সেয়ে পূজ্য দেব আজি, হৃদি ভক্তি ভাবে সাজি,
দিয়া পূর্ণাহুতি ভক্তি যি সাধ্য আমাৰ।

ৰামেশ্বৰ বৰুৱা, বি, এ।

৪১

সৰফৰ্দ্দা—একতালা।

নিশা পৰভাত আজি উঠা আখি মেলি এ।
সুপ্ৰসন্ন চতুৰ্দ্দিশে বহিছে মলয়া এ।
সবে নিদ্ৰা পৰিহৰি,
উঠি বোলা হৰি হৰি,
হৃদয়ে ভকতি ধৰি পূজা তাৰ পদ এ।
যত বিহঙ্গম চয়,
সুখে হাৰ গীত গায়,
তাসবাৰ সঙ্গে সুৰে ধৰাঁ হৰি নাম এ।
পূৰবে সূৰুয উদি,
জ্বলিছে গগন ভেদি,
বিভুৰ বিমল ৰশ্মি ধৰা বহি যায় এ।

সত্যনাথ বৰা, বি, এল্।

৪২

খাম্বাজ—একতালা।

মিনতি কৰিছোঁ কৰজোৰ কৰি
কৰা কৃপা হৰি অধম জনে
ৰাখিবা সদা চৰণে।
মনৰ আন্ধাৰে পৰি আমি নৰ
কত অপৰাধ কৰিছোঁ ঈশ্বৰ,
ক্ষেমিবা সি সব দোষ অজ্ঞানৰ
দয়া কৰি প্ৰভু, আপোন গুণে
ৰাখিবা সদা চৰণে।
তযু পদে প্ৰভু, এই নিবেদন
পৰহিতে যেন থাকে সদা মন
পৰৰ কাৰণে কান্দে যেন প্ৰাণ
নাহি আন বাঞ্চা আমাৰ মনে
ৰাখিবা সদা চৰণে॥

সত্যনাথ বৰা, বি, এল্।

৪৩

ঝিঁঝিট—একতালা।

কি সুখৰ দিন আজি কেনে প্ৰীতি ভাৰ এ।
আনন্দে নধৰে হিয়া সকলো ভাই বন্ধুৰ এ।
ঈশ্বৰৰ কৃপাগুণে, আহি সৱে জনে জনে,
প্ৰাণভৰি মহাৰঙ্গে কৰিছো উৎসৱ এ।
বছৰে বছৰে যেন, হয় এনে সুমিলন
আহি যেন সৱে পুনঃ সুকাৰ্য্য সাধয় এ॥

সত্যনাথ বৰা, বি, এল্।

---

৪৪

ঝিঁঝিট- একতালা।

ফুলনি আজি ৰঙ্গতে সাজি
হাঁহিছে কিনো উলাহেৰে।
হাঁহে যূতিয়ে হাঁহে জাতিয়ে
হাঁহে গোলাপে আনন্দেৰে॥

টগৰ ফুল ৰঙ্গেৰে চাই,
কদমে তাতে দিছে উজান
মলয়া বলে হিয়া জুৰাই
মোহিছে সখি, মানব প্ৰাণ ;
আহাঁ সখি, তুলি ফুল
গাথোঁ মালা যতনেৰে ॥

দেবেন্দ্ৰনাথ বৰুৱা।

---

৪৫

ঝিঝিট একতালা।

আহাঁ কি আনন্দ বায়ু পৰাণে বহিছে এ।
সুখৰ প্ৰভাত আজি, সবে প্ৰেম ৰসে মজি
কৰিছে উৎসৱ পুনঃ বছৰৰ পাচে এ।
মধুৰ শবদ তুলি পৰস্পৰে ভাই বুলি
আহাঁ ভাই সকলোৰে আনন্দতে মজো এ।
যতেক ইন্দ্ৰিয় আছে, বিমল ভ্ৰাতৃত্ব ভাৱে,
স্বৰ্গীয় প্ৰেমত আজি নাচিব লাগিছে এ।

আহাঁ ভাই আহাঁ সৰে পূজো এই মহোৎসৱে
স্বভাবে সদাই যাক পূজিব লাগিছে এ।
যাৰ শুভ কৃপাবলে, মিলিছোঁহো এই স্থলে,
শাৰদ আনন্দ বস্ত্র হৃদযে উদিছে হে ॥

অজ্ঞাত।

---

৪৬

পুৰবী—আড়াঠেকা।

চোৰাঁ চোৰাঁ দুষ্টৰাহু গিলিছে আসাম জোন।
ওলাব পাৰিব জানো কোৰাঁহে সৰব-জান।
চাওঁতে চাওঁতে হাঁয,
গিলি নিছে কেনেকই,
পেটত সুমাই থ'লে ওলাবনে কোৰাঁ চোন।
হৰিক ভজিলে ভাই,
উলিযাব বঁতিযাই,
নোৱাৰে সহিব পাপী ঈশ্বৰ নাম কীৰ্ত্তন।

বেণুধৰ ৰাজখোৱা, বি, এ।

---

৪৭

বেহাগ—আড়াঠেকা।

আমাৰ কি গতি কৰিলাঁ,
সমুদ্ৰৰ মাজে প্ৰভু গুৱি পৰিলাঁ।
আৰু একো আশা নাই,
দেখিছোঁ ঢউৰ ছাঁয,
মৃত্যু আবাহনী হেৰা ভীষণ লীলা।
দযামণি দযাধাৰ
দিযা দেখা পুনৰ্ব্বাৰ,
কিয অন্তৰ্দ্ধান হ'লা প্ৰাণ মাৰিলা॥

বেণুধৰ ৰাজখোৱা, বি, এ।

---

৪৮

ভৈৰবী আড়াঠেকা।

ক'লৈ গলা প্ৰাণ প্ৰিযা
চেঙ্গা দি নিচলা প্ৰাণে।
শুদা দেখো চাৰি দিশ
আজি তুমি অবিহনে॥

সুখৰ সপোন মোৰ,
একে তিলে হ'ল ওৰ,
অকালে মেলানি লই,
যাবা আজি কোনে জানে ॥
সংসাৰৰ লীলা খেলা
ততালিকে সামৰিলা
নেভাবিলা এটীবাৰো
কি হ'ব অভাগা প্ৰানে ॥

লক্ষ্মীৰাম বৰুৱা।

---

৪৯

ললিত - আ'াঠেকা।

নিচিনিলোঁ অসম আই
এতে দিনে কথা ই কি !
কি কাৰণে অসমীয়া বুলি দিছোঁ হে চিনাকি।

যাৰ পৰা জন্ম পালোঁ,
তেনে আই নেজানিলোঁ,
হলোঁ অধোগামী কিনো আৰু কিবা আছে বাকী ॥

বেণুধৰ ৰাজখোৱা, বি, এ।

---

৫০

ইমন বেহাগ   একতালা।

যায হে যায ই মোৰ পৰাণ,—
পাৰিলে ৰাখি দিয়া।
চিন্তা জুযে আগুৰিলে,
গোটাই মোৰ কোমল হিয়া।
দেহাৰ পোৰণি ধৰে,
জানো আজি পৰাণ মৰে,
বন্ধুবৰ্গ আহা চাপি—
আজি সকৰাই নিযা ॥

বেণুধৰ ৰাজখোৱা, বি, এ।

---

৫১

সোহিনী বাহাৰ—জলদ তেতালা।

যূতি জাতি ফুলে গুন গুন স্বৰে
ভোমোৰা চুমিছে ৰঙ্গে আহি।
তাতে জোনাবাযে তাতে তৰা বোৰে
ঢালে কিৰণ সুখে হাঁহি।
ৰঙ্গা গোলাপ ফুলি তালে তালে নাচি
ৰঙ্গতে ফুলিছে ভাহি ;
আঁহা আমি দুয়োজনে নাচোহে ৰঙ্গ মনে
লগতে নাচোক ফুল পাহি ;
মিলি প্রাণে প্রাণে উলাহে নাচোহি ॥

লক্ষেশ্বৰ শৰ্ম্মা, বি, এ।

৫২

মিশ্র খাম্বাজ— দাদ্ৰা।

বাঁহি মাতিছে বীণা বাজিছে
শ্যাম নাচিছে ঐ।

শৰত জোন নীল গগন
গোপিনীগণ লৈ।
কি বিতোপন কৰা দৰ্শন
ভৰি নয়ন ঐ।
মথুৰাবাসী ৰঙ্গত সাজি
হাহিছে আজি ঐ।
কেনে কিৰিটী জ্বলিছে জ্যোতি
কি শোভে ৰাতি ঐ।
আজি হে সখি! শ্যাম নিৰখি!
জুৰুৱঁা আঁখি ঐ॥

লক্ষেশ্বৰ শৰ্ম্মা, বি, এ।

---

৫৩

মিশ্ৰ ঝিঁঝিট—ঠুংৰী।

নকবা আৰু নেলাগে মুশুনো
তেঁওৰ নাম,
মুতুলিবা কথা পৰাণেৰে গথাঁ
উজাৰিলে অতি দুঃখ পাম।

কাঁইটিয়া পুলি ৰুলো কিবা বুলি
এতিয়া ভাবিছো পৰিণাম ॥

বিষ্ণুপ্ৰসাদ দুৱৰা, বি, এল্।

---

৫৪

খাম্বাজ — কাওৱালী।

দীন দুখীয়া, আমি অসমীয়া,
কৃপাকৰা প্ৰভু হৰি।
তযু কৃপা বিনে অসমীয়া জাতি
ঠাৱৰে হ'ব আহৰি।
হেৰা কৃপাসিন্ধু, বিনে কৃপাবিন্দু
দীনহীন জীৰ্ণ ক্ষীণ যাব অসমীয়া মৰি।
চৰণে চপাই, ধৰিবা গোঁসাই,
মাতো চৰণত ধৰি ॥

বেণুধৰ ৰাজখোৱা, বি, এ।

---

৫৫

ইমন কল্যাণ—আড়াঠেকা।

সুন্দৰ অসম ৰাজ্য, প্ৰকৃতিৰ পুণ্য ভূমি।
কাষত পৰ্ব্বত শ্ৰেণী ধৰিছাঁ মোহন তুমি।
( তোমাৰ ) কৰিছে দেহা পবিত্ৰ,
মহানদ ব্ৰহ্মপুত্ৰ,
নীলাচল শোভে আৰু তীৰথ বহু ধৰণী।
বিৰাজিছে উমানন্দ,
পৰশুৰামৰ কুণ্ড,
দেখিছোঁ ঈশ্বৰ লীলা কিয়নো নিৰাশ আমি।
যি দেশৰ এনে কান্তি,
তাৰ কিবা ভয় ভ্ৰান্তি,
আহাঁ বুকুভৰা প্ৰেমে, পূজোঁ অনাথৰ স্বামী।

বেণুধৰ ৰাজখোৱা, বি, এ।

৫৬

খাম্বাজ—একতালা।

সেউতী মালতী আজি আহা কেনে কলিয়ায়।
হৃদয় ফুলনি জুৰি আশা কলি মিটিকায়।
যেতিয়া ফুলিব ফুল,
কৰিব মন আকুল,
অন্তৰ পোহৰ হ'ব গুচিব যত অপায়।
খাটিছোঁ বিভূক যেন,
বাঢ়ে কলি দিনে দিন,
দুষ্টপোকে যেন তাক ঠাৰি কুটি নসৰায়॥

বেণুধৰ ৰাজখোৱা, বি, এ।

---

৫৭

ঝিঁঝিট—একতালা।

স্বৰগত ফুলিছে প্ৰেম পাৰিজাত,
সুগন্ধে মোহিছে ধৰাৰ প্ৰাণী—
সঞ্জীবনী বায়ু ফুৰিছে জগতে
পিন্ধাইছে ধৰাক ন সাজ আনি।

পশ্চিম দিশত, সুসভ্য ব্রিটনে
জ্ঞান পাৰিজাত কৰিছে মুকলি
মলয় বতাহে ভাগ ভাগ কৰি
বিলাই ফুৰিছে ধীৰেৰ বলি।
এনে শুভদিনে নিজ নিজ ভাগ
লওঁ আহাঁ সবে ভাই বন্ধু মিলি
এৰি ঘোৰ নিদ্ৰা জ্ঞানলাভ অৰ্থে
জাৰনিৰ পৰা ওলোৱা মুকলি ॥

দেবনাথ বৰদলৈ।

---

৫৮

বাগেশ্ৰী—আড়াঠেকা।

নেবাজে উলাহ বীণা আজি বেজাৰতে,
থাকি থাকি উচুপনি উঠে হৃদয়তে।
এৰি যাব প্ৰিয় জনে,
নসহে নসহে প্ৰাণে—
নোখোজে বিদায় দিব কান্দিছে দুখতে।

যাবা যদি প্ৰাণ সখি,
হোৱাঁ ধনী মানী সুখী,
প্ৰণয়ৰ স্মৃতি যেন ৰাখিবা মনতে ।
চকুৰ আঁতৰ হ'লা,
হিয়াত ছবিটি ল'লা,
ৰঙ্গেৰে দুখেৰে তাকে চাম অবিৰতে ।

চন্দ্ৰধৰ বৰুৱা ।

---

৫৯

সাহানা—ঝাঁপতাল ।

আহাঁ আহাঁ জগন্নাথ, আসাম দুখুনী ধন ।
পৰম অমূল্য নিধি আসাম ভূমি ভূষণ ।
উজনি ভাটিত আজি
সৰল প্ৰেমত মজি
আদৰে তোমাক সবে প্ৰেমত বিভোল মন ।
সুদূৰ ইংলণ্ড জুৰি
বোৱালা যশস্যা-জুৰি
কৃতাৰ্থিলা আসামক কিনো তুমি মহাজন ।

নাই যোগ্য উপহাৰ
ধৰা প্ৰীতিফুলহাৰ
জনম ভূমিৰ লোৱাঁ আশীৰ্ব্বাদ অগণন।
জিলিকাঁ জিলিকাঁ অতি,
বিলোৱাঁ মোহন জ্যোতি
পোহৰোৱা চিৰকাল এন্ধাৰ ঘোৰ গগন।

অজ্ঞাত—

---

৬০

অহং—একতালা।

আজি কি শুভদিন বিতোপন
ৰঙ্গতে মগন পৰাণ মন।
গোৱাঁ গোৱাঁ সবে উলাহ গান
জয় জগন্নাথ বোলা সঘন
ৰঙ্গেৰে কুলিয়ে অমিয়া ঢালে
ৰঙ্গেৰে ফুলনী উপচি ফুলে
ৰঙ্গেৰে মধুৰ মলয়া বলে
ধৰে প্ৰকৃতি ৰূপ শোভন।

আনাহে মুৰুলী আনাহে বীণ
ধৰাঁ উলাহেৰে মধুৰ তান
গোৱাঁ গোৱাঁ সবে উলাহ গান
"জয় জগন্নাথ" বোলা সঘন।

অজ্ঞাত—

৬১

মেঘমল্লাৰ—একতালা।

কি মধুৰ আজি দিন বিতোপন
কিনো উলাহত মগন মন।
হৃদয় বীণে ধৰে নবসুৰ ধীৰ মধুৰ হে
কিনো জুৰিছে নতুন ৰাগিণী হে।
উঠা যত ভাই উলাহ মনেৰে
হোৱা একে মন অভিন প্ৰাণ
ধৰা উন্নতিৰ বাট ৰঙ্গেৰে
যাব যতেক বিঘিনি হে, দীন দয়াল হে;
তুমি বিতৰা করুণা কালিকা হে।

চন্দ্ৰধৰ বৰুৱা।

৬২

বৃন্দাবনী সাৰঙ্গ—খামশা।

কিনো সুমঙ্গল আজি শুভদিন
বাজে আনন্দেৰে মঙ্গল বীণ—;
সুমঙ্গল, সুমঙ্গল, সুমঙ্গল।
মঙ্গল গুঞ্জন গুঞ্জিছে অলি—,
পঞ্চম সুৰ ধৰি গাইছে কুলি,
সুমঙ্গল, সুমঙ্গল, সুমঙ্গল।
বলে জুৰ সুমধুৰ,
নির্ম্মল মঙ্গল মলয়া ধীৰ,
সুমঙ্গল, সুমঙ্গল, সুমঙ্গল।
বাজোক মুৰলী নাচোক প্ৰাণ
বাজোক বীণ তুলি মঙ্গল তান;
সুমঙ্গল, সুমঙ্গল, সুমঙ্গল।
হাতে হাতে ধৰি ধৰি,
গোৱাঁ সবে ৰঙ্গেৰে গঙ্গল কৰি,
সুমঙ্গল, সুমঙ্গল, সুমঙ্গল।

চন্দ্ৰধৰ বৰুৱা।

৬৩

ইমন কল্যাণ—কাওৱালী।

চোৱাঁ হে জাতি যূতি মালতী
মিলি কেনে ফুলিছে।
কিবা শোভা ফুলনিতে প্ৰাণ হৰিছে।
বতাহে ডাল হালে জালে
নাচে ৰঙ্গেৰে ফুলে
চোৱাঁ সেই ফুলনিতে
তাল তমালে ভৰিছে।
তাতে গুঞ্জৰে ভোমোৰা আহি,
তাতে জিলিয়ে চুপহে পাহি,
ময়ো যেন হায়
(তাতে) ধলি পৰো গই
ধৰি সাবটি মউ পিওঁ গই
আহাঁ মালা গাথোঁ যাই—
বকুল ফুলে কদম মিলাই,

আমি তাতে মিলো আহাঁ
ফুল যেনে মিলিছে।

লক্ষেশ্বৰ শৰ্ম্মা, বি, এ।

---

৬৪

ইমন কল্যাণ- তেওৰা।

প্ৰণমো তাৰিণী শুভ বিধায়িনী
অশিব নাশিনী কলুষ হৰা।
কৰুণা বিতৰি অমিয় ধাৰা
বৰষা বৰদে দুৰিত হৰা।
মিলন ডোলে বান্ধা সকলে
পবিত্ৰ হৃদয় প্ৰদান্না তাৰা।
দিয়া জ্ঞান জ্যোতি জননী কমলা
আমি অসমীয়া সমূলি অজলা
অতি অনাথিনী আসাম জননী
হে শুভঙ্কৰি কৰুণা কৰা॥

বিনন্দিৰাম।

---

৬৫

সপিলোঁ চৰণে পৰাণ আজি,
প্ৰেমে ভৰপূৰ পৰাণ বিভোৰ
তোমাৰ প্ৰেমতে মজি।
(তুমি) নিদাঘৰ যূতি শৰতৰ ৰাতি
বসন্ত কালৰ কুলি।
জীৱনে অমিয়া নাগৰ ধুনীয়া
মৰণে অময়া পুৰা।
আছোঁ হে যতনে তোমাৰ কাৰণে,
হৃদয় আসন সাজি।
হৃদয় শোণিতে দিমহে দিমহে
ৰাজীৱ চৰণ ৰাজি॥

গিৰীশচন্দ্ৰ বৰদলৈ, বি, এ।

———

৬৬

ভৈৰবী—একতালা।

জোনালী স্বৰগ জিলিকে ধৰণী
কিবা বিতোপন ৰজনী।
মলয়া বতাহে শৰাৰ সিয়ঁৰে
কিবা মধুময় চাঁদনি।
সুৰগী কুলিৰ কিবা মউ মাত
সুৱনী ফুলনি কিবা ফুলপাত,
প্ৰফুল্লিত সবে বসন্ত আগমে,
উলাহে নধৰে ধৰণী।

নবীনচন্দ্ৰ বৰদলৈ, বি, এল্।

---

৬৭

ভূপালী—ঢিমা তেতালা।

মাতে কুলিয়ে আমনি জিনি,
মদনে বাউলী, জোনলৈ চাই।
বসন্ত মলয়া বলে ৰিবি ৰিবি
উত্ৰাৱল কৰে পৰশি গায়॥

উঠে ভেদি হিয়া মৰমৰ অমিয়া
মাতে ডিঙ্গি তুলি, সুৰ মৰমীয়া
ইডালে সিডালে আউলী বাউলী
অলিয়া বলিয়া মধুৰি গায় ॥

সত্যনাথ বৰা, বি, এল।

---

৬৮

আলেয়া—জলদ তেতালা।

সপিলোঁ তোমাকে আজি
চেনেহৰ পুতলি ফেৰি।
ৰাখিবা সাদৰে সুখে
কৰিবা জীৱন লগৰা।
দিনেকে বাঢ়িব যেন,
দুয়োৰো প্ৰণয় ধন,
বান্ধিব দুখনি হিয়া একে গছি জৰি।
কুমলীয়া লতা দেহি থাকিবা আবৰি।

লক্ষ্মীৰাম বৰুৱা।

---

৬৯

ইমন কল্যাণ—ঢিমা তেতালা।

আজি শুভদিন কিনো বিতোপন
আনন্দ মলয়া বলে ঘনে ঘন।
গোৱাঁ জয় গীত ৰঙ্গে।
হব মিলি এটি আজি দুটি প্ৰাণ
চোৱাঁ উলাহেৰে ই শুভ মিলন,
আহা! কেনে বিতোপন!
জুৰোৱা আজি মনপ্ৰাণ,
কৰা আশীৰ্ব্বাদ সভাসদ,
যেন সুখী হ'ব দুয়োজন,
গোৱা জয়গীত ৰঙ্গে॥

লক্ষ্মীৰাম বৰুৱা।

---

৭০

ঝিঝিট খাম্বাজ—ঠুংৰী।

বিষয় কি সুখ
হৰিপদ বিনে নাই।

ঐচন জনমে

যোহি ঝুঁঠা গোঞারে ।

কাঁচমে মাণিক বিকাই ।

হৰি কি নামেসে

সংসাৰ তৰয়ো

মানব স্বৰগধামে যাই ।

ওহি পৰম তত্ত্ব

বেদক বাণী

কহত মুৰুখমতি মোই ।

— লক্ষ্মীৰাম বৰুৱা ।

---

৭১

ঝিঁঝিট মিশ্র—জলদ তেতালা ।

সখি! আদৰ ফুলৰ এনে কিয়

প্রেমিক প্রেমিকা ।

নহলে কুঞ্জবনে নেপাই শোভা তাৰ

প্রেমিক প্রেমিকা ।

গাঁথি মালা পিন্ধাই যতনে
পমে প্ৰেমে কোমল হিয়া প্ৰেমিক জনে
গুঞ্জে অলি বৃন্দে বৃন্দে চুম্বি ফুলা ফুল,
ফুলে কি প্ৰেম ফুলে ফুলে.
হালি জালি বতাহত
সখি! নেচাপে কাষত।
ঘনকান্ত বৰুৱা, বি, এ।

---

৭২

কীৰ্ত্তন স্থৰ—একতালা।

(আজি) বছৰৰ শেষে ভাৱৰীয়া বেশে,
বিদায় মাগিছোঁ। ভাই!
বহু দুখে স্থখে প্ৰীতিভৰা বুকে,
মৰম চেনেহ পাই।
ৰিণি ৰিণি দেখি দূৰ ভবিষ্যৰ
সোনোৱালি জেউতি জিলিকে অন্তৰ,

মনত পৰিছে স্নেহৰ কুটুম
আৰু জনমৰ ঠাই।

নবীনচন্দ্ৰ বৰদলৈ, বি, এল।

---

৭৩

ইমণ কেদাৰা—আড়খেম্‌টা।

গোৱাঁ কুলি গোৱাঁ
মধুৰ পঞ্চম তুলি গোৱাঁহে।
প্ৰিয় সমাগমে প্ৰাণ মতলীয়া
সুৱলা মাতেৰে সাদৰি কথা কোৱাঁহে।
কত সোনালী সুখময়ী নিশা
বিৰহে দগধ তনু চিত্ত,
আজি মিলন মাধুৰী মধুৰ বসন্তে
সুৱলা গীতে উজলোৱা হে।

নবীনচন্দ্ৰ বৰদলৈ, বি, এল।

---

৭৪

বাগেশ্ৰী—আড়াঠেকা।

চোৰা চোৰাঁ হেৰা সভ্য! কুৰি শতিকাৰ ডেকা;
পালোঁ মই এই বাৰ সভ্যতাৰ কেনে সেকা।
হ'ল মোৰ আজি প্ৰাণ,
ছিগি-ভাগি থান-বান;
অথিৰ অবিৰ হ'লোঁ বুদ্ধি মোৰ একা-বেঁকা।
কৰিলোঁ বিহৰ স্নেহা,
জৰ্জ্জৰিত মন দেহা,
সভ্যতা পোহৰ পৰি হিযাত লাগিল চেকা।

বেণুধৰ ৰাজখোৱা, বি, এ।

৭৫

ঝিঝিট খাম্বাজ—ঠুংৰী।

সখিয়া কহ কাঁহা মিলেগা মেৰি শ্যাম।
কাঁহা মিলেগা মেৰি শ্যাম।
সখিয়া শুনহো, বাতাৱ মুঝেকো
ওহি বিনে কেইচে ৰহে প্ৰাণ।
যব মন চোৰা বাজাৱে মুৰলিয়া
তব হাম ছোৰি লাজ মান।
শাশুৰী ননদীয়া, বান্ধকে মাৰত মুঝে
হাম খালি লেতি অহি নাম।
শুন কানায়া হাম তু দাসীয়া,
(আজি) তু বাচাওঁ মেৰি জান॥

বৈকুণ্ঠনাথ বৰদলৈ।

———

৭৬

বেহাগ—ঢিমাতেতালা।

যোৰাঁ হে ভোমোৰা হেৰা নাহিবা ইবাৰ।
দিনে দিনে জ্বলাকলা নকৰিবা বাৰম্বাৰ।
নেমাতোঁ আনক মই,
নিদিওঁ মধু নিশ্চয়,
পোৰাঁ যদি তুমি পাবা এই থিৰ অঙ্গীকাৰ।
তোমাৰ ভক্তিত লাগি,
ফুল পাহি গ'ল ভাগি,
সিহেতু মনত আজি লাগিছে আতি বেজাৰ।

গোলোকচন্দ্ৰ বৰুবা কাব্যবিনোদ।

---

৭৭

বেহাগ—খেমটা।

নুচুবা নুচুবা সখি! ভাগি যাব বেগতেই।
কোমল শিৰাষ জুপি ফুলি আছে কেনেকই।

মৰমেৰে চুমা খোৱা,
গোলাপ দুপাহি চোৱা,
মিলা পীৰিতিৰে মন হৰে লগালগি হই।
মালতী খৰিকা জাঁই,
দুয়ো দিছে দেখুৱাই,
দিব্য ভাবে বসন্তৰ লগৰীয়া সমুদায়।

গোলোকচন্দ্র বৰুৱা, কাব্যবিনোদ।

---

৭৮

ঝিঝিট—একতালা।

ফুলে ফুলে ফুলে উৰিছে মউ—
ফুলে ফুলে ফুলে ভোমৰা ধায়,
চোৱাঁ সখি ৰঙ্গি বন ফুলিছে মালতী খৰিকা জাঁই।
থাকি থাকি কুলিয়ে মাতিছে—
বইছে শীতল মলয়া বায়,
তপোবন জুৰি প্ৰেমধাৰা,
উঠিছে দেখিলে হিয়া জুৰাই॥

হৰেশ্বৰ বৰুৱা।

৭৯

খাম্বাজ—একতালা।

পূব গগনে অৰুণে কেনে,
হাঁহিছে ৰাঙ্গলি ঢাকনি লই।
সমীৰণ সমে কুঁৱৰী পদুমে,
উলাহতে নাচে বিভোল হই।
আশা মন মাজে পদুমৰ সাজে,
ধীৰে ফুলি উঠোঁ সৰোবৰ মাজে;
মধুৰ সুবাস বিতৰি চৌপাশে,
মলয়া ওচৰত নাচিম গ'ই।

তীৰ্থনাথ ফুকন।

---

৮০

বেহাগ খাম্বাজ—একতালা।

চাৰি ৰত্নাসনে, চাৰি সতী বহে,
শোভে মহা সভা মাজে।
আহাঁ কিনো শোভা অতি মন লোভা
জোৰা জোৰা সতী সাজে।

আগে সীতা দেবী লগে সখী সাবি,
আৰু দময়ন্তী দেবীৰূপে ৰাজে।
এবে জয়মতী, সখি আৰু এটী,
মিলে চাৰি দিব্য সাজে।
মধুৰ আনন্দে, মধুৰ মিলনে,
আপোন পাহৰি আপোনাৰ মাজে।
দেৱতা কিন্নৰ যতেক অমৰ
যত দেববালা সাজে।

পদ্মনাথ বৰুৱা।

---

৮১

পাহাড়ী—আড়াঠেকা।

মাগোঁহো কাতৰে প্ৰভু। অপায় মোচন হে।
নেজানি লগালে দায় অবোধ সন্তানে হে॥
নিতে দোষ শতবাৰ, নাই স্তুতি নতি তাৰ,
নাই যুক্তি নাই মুক্তি তব কৃপা বিনে হে।

অজ্ঞানে আচৰে পাপ, জ্ঞানীয়ে গুচায় তাপ,
নিজগুণে তুষ্ট তুমি ৰাখিবা চৰণে হে।
ইমানে ভৰসা কৰি মাতিছোঁ আপদে পৰি,
ক্ষমা পুত্ৰে, দিয়া শান্তি, শান্তিহীন প্ৰাণে হে।

পদ্মনাথ বৰুৱা।

---

৮২

ইমন কল্যাণ—আড়াঠেকা।

পুৱালে দুখৰ নিশা আজি শুভদিনে।
চোৱাঁ কেনে উলাহেৰে মিলে বন্ধুগণে।
উন্নতি বীণাৰ মাতে তুলি দিছে সজ বাটে,
এৰিলে টোপনি আজি উন্নতি কাৰণে।
মিলি সব সুসন্তানে সোঁৱৰা সেই শুভাদিনে,
যিদিনা ভাষাৰ পুলি ৰুপিছিলা মনে প্ৰাণে।
হে প্ৰভু! কৰুণাময়, দিয়া আশীৰ্ব্বাদচয়,
জীৱন উদ্দেশ্য ব্ৰত সাধোঁ প্ৰাণপণে॥

দেবেশ্বৰ চলিহা।

---

৮৩

ভূপালী --ঢিমাতেতালা।

কিনো ছবিটি হিয়াত নাচি
কেনেনো জেউতি ধৰিছে হায়।
মৰু পৰাণত দিয়ে কোনে সিঁচি
সোঁৱৰণি পানী ভুমুকি চায়।
হৃদি কুঞ্জবনে যেনে ফুল কলি
ফুলে কিনো দৰে পৰাণ আকুলি
জিলিকি জিলিকি উঠে একো বেলি
ধিমিকি ধিমিকি চাকিটি প্ৰায়।

মাণিকচন্দ্ৰ হাজাৰিকা।

---

৮৪

ভূপালী—ঢিমাতেতালা।

কিনো উলাহে, ফুলনী হাঁহে
মলয়া বতাহে জীৱণী পায়।
নাচে ফুল কলি পৰে হালি জালি
লব কোনে তুলি সোঁধোতা নায়।

মোল বুজে কোনে, পৰে অভিমানে,
চাই থাকি ফুলে শূন্য পৰাণে
লাহৰ ফুলনী ৰাখিলে যতনে
হতাশ জীৱনে অমিয়া পায়।

দূৰ্গেশ্বৰ চাংকাকতি।

---

৮৫

মিশ্ৰ মুলতানী—ঢিমাতেতালা।

আহাঁ কি শুৱনী ছবি, উষাৰ কনক ৰবি
উজলালে দশোদিশ কৰি মনোহৰ।
নিশাৰ তিমিৰ দূৰ কৰিলে কিৰণ আহি
আৰু দিলে দিনৰ পোহৰ॥
পখী সবে গালে গান কতনো বিভঙ্গে
সমীৰ নাচিলে কেনে ৰঙ্গে।
শুৱনী কৰিলে ধৰা কেনে মন প্ৰাণ হৰা
বঢ়ালে জেউতী মৰতৰ॥

আহাঁহে, মিলোহে, ঈশগুণ গাওহেঁ,

প্ৰভু তব মহিমা অপাৰ।

তুমি অগতিৰ গতি, অধম মুৰুখ মতি,

নেজনো তোমাৰ তুতি কৰুণা সাগৰ।

যতীন্দ্ৰনাথ দুৱৰা।

---

৮৬

ঝিঝিট—একতালা।

সকলো মিলি "আনন্দ" পূজা

কৰোঁ আজি যতনেৰে।

হৃদয় পটে ছবিটি আঁকি

চাঁও সবে হৰষেৰে॥

তোমাৰ গুণে পবিত্ৰ ভূমি

জননীৰ নাম প্ৰকাশিলা তুমি

মুৰুখ অধম নেজানো আমি

পূজোঁ দেব কিনো দৰে॥

পৰৰ দুখতে তুমি বিগলিত
অশেষ গুণেৰে তুমি বিভূষিত
মোহন সাজেৰে তুমি হে শোভিত
পূজোঁ দেৱ আদৰেৰে।
তোমাৰ কিৰীটি দেশ দেশান্তে
হিয়াৰ বাহিৰে যুগ যুগান্তে
থাকিব অটল জগত মাজে
পূজোঁ দেৱ হৰষেৰে।

যতীন্দ্ৰনাথ দুৱৰা।

---

৮৭

ভৈৰবী—একতালা।

কোমল সুৰেৰে নেজানো ৰচিব
লেখনী নচলে বেজাৰতে হে।
লগৰীয়া সবে এৰি থই মোক
কেনিবা দি হাঁয়! গল গুছি হে
মনৰ যাতনা মনতে লুকাই,
ভাবোঁ বহি বহি অতীত কাহিনী।

আছোঁ বেজাৰতে যাম বেজাৰেৰে
ৰচনা (ও) লগতে ধুকাব হে ॥
নুবুজি মানুহে মানুহৰ দুখ,
এটি দুটি কৰি সকলোটি যায়,
পুৰঁতী নিশাৰ তৰাতিৰ দৰে
যাম মই আঁতৰি এফালে হে ॥

যতীন্দ্ৰনাথ দুৱৰা।

---

৮৮

মিশ্র পাহাড়ী—ঢিমাতেতালা।

প্রমোদ কাননে, প্রফুল্লিত মনে
ফুল খেলা খেলো আজি মন সাধে.।
পাওঁ যদি কাননত মনোমত নাগৰক
সপি দিম মন প্রাণ অবাধে।
ফুৰোঁ ৰাতি দিনে বিজন বিপিনে,
নেপালোঁ প্রেমিকক কোনো পিনে,
আজলী অবলা ভাবি জ্বলা-কলা
বান্ধা আছো আজীবন প্রেম বান্ধে।

মনোমোহা সুৰে মাতিছে কুলিয়ে,
বিৰহ অনলে পুৰি মাৰে প্ৰাণ,
প্ৰেমতে বিভোৰা প্ৰেমে মাতোৱাৰা ;
ঘনে ঘনে প্ৰাণ মন কিয় কান্দে।

বিনন্দি ৰাম।

---

৮৯

ভৈৰবী-মিশ্ৰ—একতালা।

বলিছে মলয়া ধীৰে
কুলু কুলু কুলু বইছে তটিনা,
ফুটিছে ফুল তীৰে ॥
কুউ কুউ ধৰি পঞ্চমে তান,
গাইছে কুলিয়ে অমিয়া গান,
নাচিছে ডালত ময়ুৰ ময়ুৰী,
পদুম নাচিছে নীৰে ॥

শ্ৰীসিংহ দত্ত দেৱ অধীকাৰী ॥

---

৯০

ঈষন্মুদ্রিতমম্বুজং কুমুদিনী কিঞ্চিৎ সমুল্লাসিনী
চক্রী চক্র বিয়োগিনী পতিভয়াদ্বালা বধূস্ত্রাসিনী।
যুনী বেশ বিধায়িনী বিৰহিনী নেত্রাম্বু সম্বাহিনী
ভানুর্যাতি নগেন্দ্র কোণ কুহৰে দৃষ্ট্বাহি চাত্যাদ্ভুতম্।

অনুবাদ।

ৰাগিণী ললিত—তাল কাওৱালী।

অলপে অলপে মুদে সৰোবৰে কমলিনী,
মিচিকিয়া হাঁহি হাঁহি জিলিকিছে কুমুদিনী,
বিনা লগৰায়া পতি কান্দে অতি শোক মতি,
ন বোৱাৰী স্বামী ভয়ে হয় যেন পাগলিনী,
সাজ পিন্ধে ন যুৱতী বিৰহিনী অশ্রুমতি
অদভুত দেখি অতি অস্ত গল দিন মণি।

লক্ষ্মীকান্ত মিশ্র ভাগৱতী।

৯১

বিভাস—ঝাপতাল।

দিলোঁ সপি আপোন হাতে,
একেটী প্ৰাণ যাকে তাকে।
আৰু বাকী আছিল মানে
বিলাই দিলোঁ একে একে।
প্ৰেম আধাৰত ধৰা,
ধৰা দেখোঁ প্ৰেমে ভৰা,
নেজানো কিয়নো লাগে একাকাৰ জগতকে।
আজি কিয় হঠাৎ এনে
হৈছে কিনো সৰল প্ৰাণে
কান্দে হায় ইনায় বিনায় দেখি শূন্য সকলোকে।

মাণিকচন্দ্ৰ হাজৰিকা।

৯২

ইমন কল্যাণ—আড়াঠেকা।

আজি কেনে শোভা দেখো পৃথিবীৰ মাজে,
নৰ নাৰী সবে আহা কি সুন্দৰ সাজে
যি ফালে চকু ফিৰাও, সেই ফালে দেখা পাওঁ
আনন্দৰ চিন আজি সকলোতে ৰাজে
সতীৰ মহিমা ভবে, দেখিবাহা আজি সবে
সাবিত্ৰীৰ গুণ গান জগতত ৰাজে।

নবীনচন্দ্ৰ বৰদলৈ বি, এল।

---

৯৩

কীৰ্ত্তন—একতালা।

আজি আনন্দৰ দিনে সবে স্তব্ধ মনে
গোৱাঁহে হৰিৰ নাম।
কৰিব মুকুতি গুচাব দুৰ্গতি
স্মৰিলে যাহাৰ নাম।

প্ৰভু ভগবান করুণাময়
বিতৰিব দয়া দিব পদাশ্ৰয়
কৰোঁ আহাঁ সবে তেওঁৰ নাম গান।
এৰি সবে আন কাম.।
প্ৰভু দয়াময় দিব দেখুৱাই
সংসাৰ অৰণ্যে পথ,
আমি শিশুমতি, কৰিলে কাকুতি
পাম শ্ৰীচৰণে স্থান ॥

গৌৰী শেখৰ বৰুৱা।

---

৯৭

বাগেশ্ৰী—আড়াঠেকা।

গোৱাঁহি গোৱাঁহি সৱে জয় আনন্দ জয়,
চোৱাঁ চাৰি পাশে আজি সকলো আনন্দময়।
ভাৰত আকাশ মাজে মধুৰ সঙ্গীত বাজে,
সুমধুৰ তানে তোলে আনন্দৰ জয় জয়।

উঠাহে আসামবাসী হিংসা দ্বেষ সৱ নাশি
মাতিছে আনন্দে আজি নাই আৰু একো ভয়।
অমূল্য আনন্দমণি দিছে চোৱাঁ জিলিকনি,
লক্ষ্য কৰোঁ আহাঁ সৱে ঘনে বুলি জয় জয়।
কতনো সাধনা বলে শুভ পথ দেখুৱালে,
আহাঁ যাওঁ খোজে খোজে বুলি "আনন্দৰ জয়"॥

ইন্দ্রেশ্বৰ বৰঠাকুৰ।

---

৯৫

বেহাগ—আড়া।

আজি সবে গোৱাঁ বিভু-গান।
ই মহান বিশ্ব-ৰাজ্য যাৰ নিৰমাণ।
লভি যাৰ দয়া-তৰী, মাতৃ-গৰ্ভ পৰিহৰি,
দেখিছা সুখৰ ধৰা, অতি বিতোপন।
যি বিধিৰ বিধানেৰে, জোন, বেলি, তৰা, ঘূৰে,
সি বিধিৰো এক মাথোঁ বিহোঁতা যি জন।

যাৰ আজ্ঞা শিৰে ধৰি, অনিল, অনল, বাৰি,
তুষি যথাকালে ৰাখে জগ-জীৱ প্ৰাণ।

বিষয়চন্দ্ৰ বিশ্বাসী।

---

৯৬

অহং—একতালা।

হে ভাই সুমৰি গৌৰৱ কাহিনী
আৰভোঁহো আহাঁ বীৰ পুজা ধ্যান
আলোকি জ্ঞানেৰে দেখুৱালে কি যে,
মানৱা-জনম, নিজ জীৱনত,
মথি ধৰ্ম্ম-সিন্ধু, অমৃত লৱন্তু,
কৰিলে যিজনে প্ৰীতি ভৰা প্ৰাণ।
মুক্তিত নিস্পৃহ আনন্দ স্বৰূপ,
আছিলা হে দেৱ, তাপস মহান্
কৰিলা কীৰ্ত্তন, পূৰ্ণ-ব্ৰহ্ম-ৰূপ,
যথা সময়ত লভি তত্ত্ব জ্ঞান।

পৱিত্ৰ সি দেশ, সি জনম ভূমি,
তোমাহেন বীৰ যাৰ সন্তান,
পৱিত্ৰ সিদিন্ যিদিনাহে দেৱ !
থৈ স্মৃতি-চিহ্ন কৰিলা পয়াণ।
তেনে এটি দিন উদিছেহি আজি,
মিলিছোঁহি তযু পূজাৰ কাৰণ,
আজোখা সম্বল, যদিও হে দেৱ !
কায় মনো বাক্যে কৰিছোঁ প্ৰণাম ॥

নীলমণি ফুকন।

---

৯৭

খাম্বাজ—একতালা।

আহা সবে ভাই হিয়া উবুৰাই,
উদগোৱা আজি জাতীয় জীৱন।
কৰা আবাহন আৰতি বন্দন,
জাতীয় প্ৰেমৰ উৰুৱা কেতন ॥

দিয়া পুষ্পাঞ্জলী অচলা ভকতি,
স্বাৰ্থ বলিদান জীৱন আহুতি
সৰল মনৰ পূজা আকিঞ্চন
কৰাহে জননী সাদৰে গ্ৰহণ।
আজি শুভদিনে যশোনদী বব
বুৰঞ্জীপাতত সোণোৱালী হব
আজি ই বীণাৰ করুণ বচন কঁপনি ( সুৰে )
জানিবা মাধুৰি বোৱাব সঘন।
মাগো আজি প্ৰভু তযূ চৰণত
কৃপা সুমঙ্গল কৰা ( সুভাশীষ ) আসামত
( অসম সন্তানে এই চানেকীৰে )
স্বদেশ প্ৰেমত হই নিমগন,
গঢ়ো যেন এটি জাতীয় ( আদৰ্শে ) জীৱন।

নিলমণি ফুকন।

---

৯৮

যোগিয়া—একতালা।

মাতিলা যেতিয়া নৰ'ম কিয়নো
নেচাম কিয়নো তোমালৈ।
এতিয়াও মোৰ কথা-ভৰা হিয়া,
ভাবি চালে দেখো পায় গৈ॥
পতুলি মূৰতে এতিযাও আনি,
সাদৰি সোণায়ে দিব তামোল খনি,
কত কথা ক'ব হাঁহি উলাহেৰে,
নেপাই অমনি কৈ কৈ॥
গুটিমালী জুপি নাই জঁয় পৰা
পতুলিৰ সেৰাঁলী নাই দেখো মৰা,
এতিয়াও পিন্ধাবা ফুলৰ চাকিটি,
যাচিছিলা যিটি লৈ লৈ॥

**লক্ষেশ্বৰ শৰ্ম্মা, বি, এ।**

---

* ক'বনে কথাটি গানৰ উত্তৰ।

৯৯

খাম্বাজ—ঠুংৰী।

উঠা উঠা সবে আসাম সন্তান
আজি আসামৰ গোৱাঁ জয় গান,
ভীম গৰজনে বীৰ নাদ শুনি
কপোৱা মেদিনী কপোৱা বিমান।
বায়ু ৰাজে লই সি নাদ কোলাত
ঢালোক বিস্ময় বিশ্বৰ কাণত
শুনক সকলে আজি জগতৰ
জয় অসামৰ জয়ধ্বনি তান।
বিধি সুপ্রসন্ন ইমান দিনত
জ্বলে উষাৰবি পূব আকাশত
দুগুণ বলেৰে উঠা উঠা সবে
বাধা বিঘিনি নকৰিবা কাণ।
নেলাগেনে লাজ অসমীয়া হেৰা
সোণৰ আসাম এনেদৰে এৰা,

স্মৰি পূৰ্ব্ব স্মৃতি আৰ্য্য সকলৰ,
নিখুতেৰে ৰাখাঁ জননীৰ মান!

অম্বিকাচৰণ ৰায় চৌধুৰি।

---

১০০

পিলু—দাদ্ৰা।

আজি বকুল ফুলেৰে
মালা গাঁথি দিয়া লগৰী।
অতি যতন কৰি
মালা গাঁথা লাহৰি।
আহিলে প্ৰাণৰ পতি
পিন্ধাম মই আদৰি।

ৰামপ্ৰসাদ দাস।

---

১০১

তাল—খেম্‌টা।

উঠা উঠা আসামবাসী

হৈছে সুখৰ দিন উদয়

সবে হেলা-নিদ্ৰা এঁৰা।

স্বদেশৰ হিত চিন্তাত ধৰা,

প্ৰদৰ্শনী দৰ্শন কৰা,—

উদ্দেশ্য যেন সিদ্ধি হয়॥

কৃষি শিল্প আদি কৰ্ম্ম,

দেখিলে হে বুজে মৰ্ম্ম,

উন্নতিকৰ কি কি কৰ্ম্ম,

কৰিলে দেশ সুখে ৰয়।

ৰজাই দিছে সুযোগ কৰি।

নানা সজ উপায় বিচাৰি।

শিক্ষা কৰা এলাহ এৰি।

সুখে থাকিবা নিশ্চয়॥

শ্ৰীশ্ৰীআউনী আটীয় অধিকাৰ গোস্বামী।

---

১০২

তাল—যৎ।

হৈছে আসাম বাসীৰ
সুখৰ আশা সংসাৰত।
এনে নাই মনত
এই জীৱনত
হব একৃজিবিস্‌ন্—প্ৰদৰ্শনী—
নতুন জিলা যোৰহাটত।
দেখা হীন-বীৰ্য্য আসামবাসী
নকৰি কাম শিল্প কৃষি,
নগৰবাসী, গ্ৰামবাসী
নাই কাৰো এই কথা মনত।
দিছে ইংৰাজ ৰজাই যতন কৰি
সুখৰ উপায় আসামত॥
হৈছে নানা বস্তুৰ আযোজন—
আসামত হয় যি যি উৎপন,
সকলোৰে হ'ব দৰ্শন,
যোৰহাট একৃজিবিসনত।

যত আবাল বৃদ্ধৰ ঘৰে ঘৰে
হৈছে আনন্দ মনত ॥
এৰা নিদ্ৰা আসামবাসী।
উৎপন কৰা ধনৰাশি,
স্বাৰ্থ চিন্তা ঘৰত বসি,
সুখে যাওক দিন নিজ দেশত
এনে সুযোগ নহয আৰু
আসাম বাসীৰ জনমত ॥
অনেক ভদ্ৰলোকে দিছে টকা,
বন্ধবস্তও হৈছে পকা,
বিনা ব্যয়ে কাৰ্য্য শিকা,
ধনী মানী হ'বা কালত।
সুখ হয় যেন আসামবাসীৰ
চিন্তা কৰা ঈশ্বৰত।

শ্ৰীশ্ৰীআউনী আটীয় অধিকাৰ গোস্বামী।

---

১০৩

পুৰবী—আড়াঠেকা।

আছেনে সকলো আজি দুখিনী ই আসামৰ
কালৰ মুখত দেখোঁ একে একে চুৰমাৰ ॥
আসাম গৌৰবাকাশে ফুলি তৰা লাখে লাখে,
অকালতে পালে লয় কিনো বিধি বিধাতাৰ।
গৌৰব সূৰুজ আজি নুঠেই আসাম ৰাজি,
জেউতি বিহীন দেখোঁ মাথোঁ চিৰ অন্ধকাৰ।
আছানে কোনোবা আৰু, আসাম সন্তান বাৰু
ফিৰাবা সকলো পুনু সুধি জননীৰ ধাৰ ॥

অম্বিকা চৰণ ৰায় চৌধুৰী।

---

১০৪

কানেড়া—একতালা।

কোৱাচোন সখি, প্ৰাণৰ সখিটি
কান্দিছো কিয়নো ফেকুৰী
হাঁহিছে ৰজনী হাঁহিছে জগতে
কাঁন্দিছা অকলে লগৰী ॥

জিলিকে সকলো, ইহেন বসন্তে
হাঁহিছে ফুলনি তৰাযো হাঁহিছে
ইসবাৰ মাজে কিয সখি কান্দে,
কি দুঃখে ধৰিছে আবৰি ॥

হৰিপ্ৰসাদ দাস, বি, এ।

---

১০৫

ভৈৰবী—কাওৱালী।

কিযনো হিযাত বাজে আজিও প্ৰেমৰ বাঁহি।
ভুলিব নোৱাৰো কিয সেই মধুময হাঁহি।
সমূলি উবাৰি হিযা,
ঢালিছিলো ভাল পোৱা,
নোৱাৰিলা তেওঁ ৰব গলা গুছি কান্দি হাঁহি।
তুলি আনি আল্ ফুলে
গাথি মালা প্ৰেম-ডোলে,
যতনে ৰাখিলোঁ ভৰি পিন্ধিবাহি বুলি আহি।

শুকালে ফুলৰ মালা,

তুমিতো আৰু নাহিলা,

থাকা সুখে. আছা যতে, থাকোঁ নিৰাশাতে ভাহি।

লক্ষ্মীৰাম বৰুৱা।

---

১০৬

ভৈৰবী—একতালা।

আশা ভাবনা, জীৱনৰ সুখ,

এৰিলোঁ সমূলি ইহ জীৱনত।

দিনে ৰাতি মাথোঁ, তোমাৰে মূৰতি,

পূজিম যতনে থাপ হৃদয়ত।

নকৰোঁ বেজাৰ, মিছা সুখ-আশে,

ননাওঁ অখ্যাতি জনকৰ বংশে,

তাপসী আপুনি, তপস্বীৰ বেশে,

পালিম যতনে জীৱনৰ ব্ৰত।

মুকলি হিয়াৰ, মুকলি ভাবনা,
এৰি দিলোঁ আজি মিলন বাসনা,
কেৱলে তোমাকে, কৰিছো কামনা
অন্তে যেন মিলো সেই চৰণত।

বিষয়চন্দ্ৰ বিশ্বাসী।

---

১০৭

ভৈৰবী—কাওৱালী।

ধীৰে বলিছে মলয়া মৃদুল,
ধীৰে হাঁহে ফুলনীৰ ফুল।
ধীৰে কুলিয়ে, কৰি কু-উ গান,
ধীৰে বসন্তে কৰে সম্ভাষণ;
ধীৰে ধীৰে, ফুল-মউ-লোভে,
প্ৰেমাবেশে উৰে অলিকুল॥
ধীৰে ধীৰে, ৰজত তটিনী,
ধীৰে অনুৰাগে কুলু স্বৰ টানি,

ধীৰে ধীৰে, সাগৰত মিলি,
তাপিত-পৰাণ কৰিছেহি জুৰ ;
ধীৰে ধীৰে, মৰমৰ ধ্বনি,
ধীৰে প্ৰিয়-প্ৰাণে বাজি ৰিণি ৰিণি,
ধীৰে কৰে বিৰহী পৰাণ,
মিলন-আবেশে অতি বিয়াকূল।

বিষয়চন্দ্ৰ বিশ্বাসী।

---

১০৮

টৌৰি ভৈৰবী—খেমটা।

আহা সখি! দুয়ো মিলি ফুল তোলোঁ গৈ।
নহলে নহব মালা প্ৰাণ বন্ধুলৈ।
হাঁহি হাঁহি দুয়ো সখি, তুলি ফুল লেখি লেখি,
গাথিম চিকণ মালা হাবিয়াষ কৈ।
আহিলে বাসন্তী কুলি, ডিঙিত পিন্ধাবা তুলি
পাতিবা প্ৰেমেৰ কথা হেঁপাহ পলুৱাই।

বিষয়চন্দ্ৰ বিশ্বাসী।

১০৯

সাহানা—ঝাঁপতাল।

কৰিছোঁ কাকুতি সখি!. নেযাবা উভটি।
এবাৰলৈ শুনি যোৱা কওঁ কথা এটি।
যদি কৰি অভিমান, নকৰা অলপো কাণ,
বিৰহ অনলে মোৰ দেহা হব ছাই-মাটি।
নেদেখিলে তিল পৰ, দেখোঁ মই অন্ধকাৰ,
চঞ্চল ভাবতে মোৰ প্ৰাণ কৰে ছাতি ফুটি।

বিষয়চন্দ্ৰ বিশ্বাসী।

---

১১০

মূলতান—আড়াঠেকা।

জয় দেৱেশ, পদ্মাসন, জীৱ-জীৱন কাৰণ।
জগতৰ বিধি, তুমি মহানিধি ;
তোমাৰে সকলো সৃজন।

তোমাৰে বিধানে, জগত জীৱ,
সাধে নিজ নিজ শিৱ-অশিৱ,
অনাদি কাৰণ, যোগী-ঋষি প্ৰাণ,
তুমিয়ে ত্ৰিদিব পূজন।

বিষয়চন্দ্ৰ বিশ্বাসী।

---

১১১

কীৰ্ত্তন—একতালা।

আজি কি কাৰণে, কাঁদিছে পৰাণ,
ভাবিয়ে নেপাওঁ মই!
মৰম যাতনা. বাঢ়িছে সঘনে,
সুখ-শান্তি ক'তো নাই।
ফুৰিলোঁ ফুলনী, দেখিলোঁ ফুল,
দেখিলোঁ আকাশ তৰাৰ থুল;
দেখিলোঁ প্ৰকৃতি, পূৰ্ণ-ঋতুৱতী,
কুলিয়ে পঞ্চমে গায়।

দেখিলোঁ ভোমোৰা, গুন্ গুন সুৰে,
প্ৰেমালাপ পাতি তোষে ফুলাফুলে,
দেখিলোঁ তটিনী, কৰি কুলু ধ্বনি,
সাগৰে মিলিছে'গৈ।
দেখিলো প্ৰেমিক, প্ৰেমিকাৰ সেই—
সুগুপুত ঠাই দিব্য মনোময়,
বিষয়ৰ কিন্তু, এই সকলোতো,
জুৰণি নহল হায়।

বিষয়চন্দ্ৰ ।বশ্বাসী।

---

১১২

খাম্বাজ—একতালা।

(জৰণা) মিলোঁ আহা আজি, মিলিছোঁ যি দৰে,
নইৰ লগত অতি উলাহেৰে,
(ব্ৰহ্মপুত্ৰ) আমিও মিলিম সাগৰত গই
ইটিয়ে সিটিয়ে মিল হই হই ;

---

* ইংৰাজীৰ কোনো এটা গানৰ ভাব লই কৰা হৈছে।

(বতাহ) বতাহে বতাহে আতি আনন্দেৰে
মিলি থাকোঁ আমি যুগ যুগান্তৰে।
(আকাশবাণী) সংসাৰত কোনো লগ নাইকীয়া
নেথাকে, নৰব অকলশৰীয়া
ঈশ্বৰ ইচ্ছাই সকলো মিলিব
অন্তৰে অন্তৰে দিনে আকৰ্ষিব।
(সকলোৱে) চোৱা চোৱা হেৰা, পৰ্ব্বত সকলে,
শুৱনী আকাশ চুমিছে নিৰলে;
সূৰ্য্যৰ ৰশ্মিয়ে পৃথিবী চুমিলে
চন্দ্ৰৰ কিৰণে সাগৰ মুহিলে
ঢৌৱে ঢৌৱে কৰে সাবটা সাবটি
ফুলে ফুলে হালি চুমে ইটি সিটি
(শূন্য) মিচা চুমা সিটি যেয়ে যাকে খক
প্ৰমীলাই যদি নুচুমে চন্দ্ৰক।

ৰামেশ্বৰ বৰুৱা, বি, এ।

১১৩

প্ৰতিধ্বান গীত।

কোনো ৰাগিণী আলাপৰ সুৰে গাব লাগে ।

কিমান সুৱলা মাতে প্ৰতিধ্বনি গাই,
সুৰভৰা ৰাতিৰ গানত
সাৰ পাই শুনি বীণা বাঁহী যেতিয়াই,
ভৰাই পথাৰ বিল উত্তৰি ডুনাই,
লাহে লাহে কমোৱা মাতত।

মৰমৰ প্ৰতিধ্বনি বহুগুণে চৰা,
অসীম সুৱলা সিটি,
গোৱা আকাশক পাই লোৱা চন্দ্ৰতৰা,
বীণা বাঁহী মধুস্বৰে নচুৱাই ধৰা,
নহয় সমান ইটি।

* ইংৰাজী টমাচ মূৰৰ পৰা ভাঙ্গনি।

পাই মৰ্ম্মভেদী যৌবনৰ হুমুনীয়া,
তেতিয়াহে সুৰলা শবদ,
সেই হুমুনীয়া শুনি মৰমে যেতিয়া,
অকপট মৰমৰ ওভটনি দিয়া,
সকলোকে লগাই তবধ।

ৰামেশ্বৰ বৰুৱা, বি, এ।

---

১১৪

ঝিঁঝিট—একতালা।

কিয় লোভে পড়ি সকলো পাহৰি
জীৱই বিপদ সামৰি লয়।
নহয় মনত কাল সাগৰত
কি শাস্তিৰে জীৱ হৈছে ক্ষয়॥
মায়া মোহে পৰি আছে জীৱে ভুলি
বাসনা-বলিয়া নেভাবে সমুলি
দুদিনীয়া দেহা দুদিনীয়া বেহা
দুদিনৰ পাচে যাই ক'লৈ॥

দুৰ্গানাথ চাংকাকতি।

১১৫

দেশমিশ্র—ঝাঁপতাল।

কুঞ্জ কাননে, বাজিছে মোহন বাঁহী ;
প্রেমাবেশে নাচে ব্রজবাসী।
প্রেমে গোপনাৰী লাজ মান এৰি ;
যায় কুঞ্জে, হই শ্যাম-আশী।

বিষয়চন্দ্র বিশ্বাসী।

১১৬

মিশ্র বাৰোৱাঁ—যৎ।

বসন্ত মিলনে কুঞ্জে গাইছে পাপীয়া,
বিৰহিণী দহোঁ প্রিয় বিনা।
শুনা সখীগণ অদর্শনে শ্যাম,
অভাগিনী আজি জীৱ-হীনা ;
কৰিছোঁ মিনতি মই
যোৱা হেৰা সখীচয় ;
আনাগৈ ৰাধা প্রাণ-বীণা ॥

বিষয়চন্দ্র বিশ্বাসী।

১১৭

দেশমিশ্র—ঝাঁপতাল।

( আজি ) ব্ৰজপুৰে শ্যামে খেলিছে হলি
খেলিছে হলি লগে গোপনাৰী।
যত গোপ গোপী, বাঁহীৰবে মাতি
নাচে গায় মাৰে পিচ্‌কাৰী ;
সমভাব সম প্ৰাণ
উলাহতে নিমগন
কুঙ্কুমে ভৰিছে ব্ৰজপুৰী।

বিষয়চন্দ্ৰ বিশ্বাসী।

---

১১৮

পিলু—যৎ।

সুখৰ বসন্তকালে হৰষিত সবে,
প্ৰাণ মন খুলি আজি সুখ গীত গাৱে।
জয় জয় গোবিন্দ মুকুন্দ মুৰাৰি
কি খেলা খেলিলা প্ৰভু আজি ব্ৰজপুৰী।

ব্ৰজবাসী মন প্ৰাণ তোমাতে কৰি অৰ্পণ
ৰাজিলে তোমাৰ পদ কুঙ্কুম আবীৰে।

বিষয়চন্দ্ৰ বিশ্বাসী।

---

১১৭

সিন্ধু খাম্বাজ– খেম্‌টা।

( আজি ) হাতত লই ফাকু পিচ্‌কাৰী,
খেলিম ফাকু আজি মন ভৰি।
বাটে আজি পাব ৰঙ্গা-বৰণ,
গছে ল'ব আজি ৰঙ্গাভৰণ,
সেউজীয়া পাত,
ৰঙ্গচুৱা চাত,
সূৰুযৰ জিলিকনি পৰিবহি তাত ;
কেনেনো হয় চাম শোভা ধৰি,
খেলিম ফাকু মন প্ৰাণ ভৰি ॥

ৰামেশ্বৰ বৰুৱা, বি, এ।

---

১২০

কীর্ত্তন—একতালা।

ফাকু উছলি লই মন সুখে গই
আহ কোনে ফাকু খেলিবি আঁ।
ৰঙ্গে ধেমালিয়ে মনৰ উলাহে
ফাকু সিঁচি সিঁচি ফুৰিবি আঁ॥
হৰি গুণ গাই হৰিনাম বিলাই
বাটে বাটে নাচি ফুৰিবি আঁ।
ফাকু গুলি মই পিচ্‌কাৰী লই
চেৰে চেৰ ধৰি বুৰাবি আঁ॥
ঘণ্টা বাদ্য ধৰি, হৰি নাম কৰি
তালে তালে আগ বাঢ়িবি আঁ।
এনুৱা সময় নেপাৱ নিশ্চয়
হাঁহি মাতি নাচি লৱহি আঁ।

ৰামেশ্বৰ বৰুৱা, বি, এ।

১২১

সাহানা—ঝাঁপতাল।*

সপিলোঁ এদিন নিজে ভাল-পোৱা যাক,
পাৰেঁানে ভুলিব আৰু ইজনমে তাক।
লয় লাসে খোজ কঢ়া, দেখিলেই মন হৰা,
সুৰলা মাতেৰে মাতি মোহে জগতক।
অলঙ্কাৰ বিভূষণ বিনা বস্ত্রে সুশোভন
আকৰ্ষি সবল কৰে চঞ্চল মনক।
হঠাতে এদিন আহি মাৰি মিচিকীয়া হাঁহি,
দেখা দি লুকালে মোৰ প্রবোধি হিয়াক।
"পৰৰ হিংসাৰ চবি" "মোৰ প্রাণ-মন-ৰবি,"
এনে ভাব ধৰি, ভাল পাব পাৰা কাক ?

অজ্ঞাত—

---

* এই দুটা গান্ শ্রীযুত ৰামেশ্বৰ বৰুৱাই পঠাইছে; লিখকৰ নাম নিদিলে।

১২২

ঝিঁঝিট—একতালা।

মদন মোহন সখি! মদন মোহন।
প্ৰাণ ভৰি চোৱা সখি কেনে বিতোপন॥
মুখত মধুৰ হাঁহি, হাতত মোহন বাঁহী,
পোহৰ কৰিছে আহি, অতি সুশোভন।
আহাঁ আমি ভক্তি ভাৱে,
গান কৰোঁ উচ্চৰৱে,
পুলকিত হোক সবে,
শুনি সংকীৰ্ত্তন॥

মাধৱৰাম বৰা।

১২৩

ভৈৰবী—কাওৱালী।*

ঘনাই ঘনাই কিয় তোৰ চবি মনত পৰে,

"নেভাব" বুলিও জানি কিয় তোৰ ভাবে গঢ়ে।

যি দিনা সন্ধিয়া বেলি

লাজুকী হৃদয় মেলি

কত কি যে সুধিছিলোঁ যতে যিবা ভাবে ধৰে,

নিষ্ঠুৰ অন্তৰে তই

দিলি ততালিকে কই

বিফল সাধনা তোৰ ৰলোঁ মই থৰে থৰে।

বুজাব নোৱাৰি মন

চালোঁ তোক ঘনে ঘন

কি জানি পুতৌ ভাবে তোৰ ভাব মন লবে,

দেখিলোঁ কেৱলে হায়!

শোক দুখ তোৰ নাই,

নহব নহব কোনো সংসাৰত তোৰ দৰে॥

অজ্ঞাত—

* এই দুটা গান শ্ৰীযুত ৰামেশ্বৰ বৰুৱাই পঠাইছে; লিখকৰ নাম নিদিলে।

১২৪

মেঘমল্লাৰ—জলদ তেতালা।

ভঁজাহে পৰম মঙ্গলময়।
যি জন ভজিলে আঁতৰে ভয়;
জ্বলিব হিয়াত অনন্ত জেউতি,
সিজিব কামনা হে;
লভিবা পৰম মুকুতিহে॥
গুছিব সকলো কুভাব মনৰ
পৰিব শীতল তাপিত প্ৰাণ;
পাপী হিয়াৰ সেই হে জুৰণি
হব পুণ্য প্ৰভা উদয় হে;
ভঁজা নাৰায়ণ হে
তাৰিবা যমৰ যাতনা হে॥

লক্ষ্মীৰাম বৰুৱা।

১২৫

ভৈৰবী—একতালা।

কোনে গায় গীত কিবা সুললিত
কিবা মন মোহা সুমধুৰ তান।
গোৱাঁ প্ৰাণ ভৰি সপ্তমত চৰি
কৰি মতলীয়া তাপিত পৰাণ॥
পৃথিবীৰ যত শোক দুখ শত,
দিয়া উটুৱাই কৰা নিবাৰণ।
বহোক শীতল শান্তি সুবিমল
জগত বিয়াপি সুখৰ উজান॥

বিষ্ণু প্ৰসাদ দুৱৰা, বি, এল্'

—

১২৬

ললিত-ভৈৰোঁ—একতালা।

কতদিনে ভাবি পাইছোঁ তোমাক
নেযাবাহে প্ৰাণ, আঁতৰি,
মৰম বেদনা, নিজেওতো জানা
সোণৰ পুতলা লাহৰা।
অন্তৰে অন্তৰ ৰাখি চিৰদিন
ফুৰোঁ সংসাৰত, সাদৰি,
আজি সুক্ষণত, মিলালে বিধিয়ে
ল'ম হৃদয়ত আদৰি।
নেমাতিবি আৰু পুৱাৰ কুলিয়ে
মুঠক সূৰুয উজ্বলি,
নেলাগে স্বৰগে, ৰহণ পিন্ধিব
নহক ভৈয়াম মুকলি।

ৰামেশ্বৰ বৰুৱা, বি, এ।

১২৭

সাহানা—ঝাঁপতাল।

কিয়নো স্রজিলা বিধি অকামিলা নাৰা প্ৰাণ।
কিয় দিলা প্ৰেম জৰি মাৰে পুৰি অকাৰণ।
কিয়নো বসন্ত ঋতু, স্রজিলা দুখৰ হেতু,
বিৰহ কিয়নো দিলা দহে হিয়া অনুক্ষণ।
কেতেকীৰ গোন্ধ লই, কিয়নো মলয়া বয়,
কুলিৰ শুৱলা মাত লাগে গাত বিহ যেন;
বসন্ত পূৰ্ণিমা ৰাতি, দেখি হিয়া যায় ফাটি,
বিৰহ-শয়নে কৰোঁ পূৰ্ণ শশী নিৰীক্ষণ॥

বেণুধৰ দাস।

---

১২৮

অহং—একতালা।

নিৰাশ মনেৰে বনফুল তুলি
গাঁথি মালা ধাৰি অতি যতনেৰে;
দুখীয়াৰ আৰু কি আছে কি দিম,
দিওঁ তাকে আজি কত হেঁপাহেৰে।

ক্ষুদ্র উপহাৰ এই অভাগাৰ
পায় যেন ঠাই তোমাৰ হাতত ;
ঘিণ কৰি যেন নিদিয়া পেলাই,
কৰোঁ এই আশা তোমাৰ কাষত।
সৰল হিয়াৰ প্ৰেমৰ চানেকি
অকাঁ আছে হেৰা ফুলৰ মাজত ;
কত যে আনন্দ লভিম সদায়ে
তুলি যদি লোৱা এবাৰ বুকত ॥

যতীন্দ্ৰনাথ দুৱৰা।

---

১২৯

বেহাগ—আড়াঠেকা।

(প্ৰভু) এয়েনে কি শেষ।
দুখৰ ডাৱৰে জীৱন ঢাকিলে,
নেথাকিল সুখৰ একো লেশ।

বহু আশা কৰি সাজিছিলোঁ ঘৰ,
ভাবিছিলোঁ সুখে ৰম নিৰন্তৰ,
সি আশা গুচিল, বিষাদ আহিল
কিয় দিলা অত ক্লেশ ;
আৰু যত দিন আছোঁ পৃথিবীত,
অকলে ফুৰিম নিৰ্জন হাবিত ;
অকলে হাহিঁম অকলে কান্দিম,
হব ই জীৱন শেষ ॥

যতীন্দ্ৰনাথ দূৱৰা।

---

১৩০

ঝিঁঝিট খাম্বাজ—আড়খেমটা।

নাহেতো মলয় সমীৰ ফুলে ফুলে চুমি যায়,
ঘুৰি ঘুৰি নাচি নাচি যেনি তেনি উৰি যায়।

সমীৰে কথা নুশুনে,
খেলে মাথোঁ আপোন মনে,
ফুলৰ পাহি জোনৰ হাঁহি একো নেমানে;
এই নাচে কেনে কমল সনে
এৰি পুনু কেনিবা যায়॥

যতীন্দ্ৰনাথ দুৱৰা।

---

১৩১

ভৈৰবী—একতালা।

অসম ৰতন যত সুসন্তান
উঠা উঠা মাতৃ কৰে আবাহন।
খিয়লা খিয়লি পাহৰা সমূলি
জননীৰ হকে দিয়া প্ৰাণমন।
নতুন সাহেৰে হিয়া ডাঠ কৰা
স্বদেশ কাৰণে স্বাৰ্থ পৰিহৰা;
সুফল লভিবা বিঘিনি নাশিবা
হব তেবে হেৰা সুখ বৰিষণ।

চোৰাঁ চোৰাঁ হেৰা　　যত সুসন্তান
জনম ভূমিৰ দুখৰ কাৰণ ;
তেজাল খোজেৰে　　উলাহ মনেৰে
কৰা সকলোৰে বিপদ দমন ॥

যতীন্দ্ৰনাথ দুৱৰা।

---

১৩২

বাগেশ্ৰী—আড়াঠেকা।

আনন্দ উৎসৱে আজি উলাহত দিয়া মন,
এৰা শোক এৰা দুখ লোৱা সবে নব প্ৰাণ।
অনন্ত উন্নতি জানি আমি কুমলীয়া প্ৰাণী
মৰমে "আনন্দৰাম" গাঁও মিলি সৰ্ব্বজন।
ঘনে ঘনে নৰৱৰে, উলাহত ছাত্ৰ সৱে
সুঁৱৰি "আনন্দৰাম" পুলকিত কৰে প্ৰাণ ॥

দ্বাৰিকানাথ দাস।

---

১৩৩

ইমন বিভাস--আড়খেমটা।

আজি প্ৰকৃতিৰ শোভা সুন্দৰ।
নাচে ফুল কলি নাচে হালি জালি
নাচে ফুলে ফুলে পৰি মধুকৰ।
নাচে ধীৰে সমীৰে আহি :
নীল আকাশত সোণালি ৰঙ্গেৰে
নাচে সূৰ্য্য কিৰণ হাঁহি।
নাচে লতা ডালি অতি কুমলীয়া
প্ৰকৃতি দেবীৰ আলসুৱা
নাচে বন-শুৱনী মন-মোহিনী
নাচে যত জীৱ আদৰৰ॥

যতীন্দ্ৰনাথ দুৱৰা।

———

১৩৪

মিশ্র-ভৈৰবী—একতালা।

নেজানো কি ভাবি আকুল হইছোঁ,
নেজানো কি বুলি আনন্দ লভিছোঁ,
কি বিচাৰি আজি উটিছোঁ বুৰিছোঁ
নেজানো কতনো গৈ জুৰাম।
কোনোবা দিনৰ কিবা কথা আহে,
কোনোবা বাঁহীয়ে কিবা মাত মাতে,
চিনো চিনো কৰোঁ চিনিব নোৱাৰোঁ,
নিজে ধৰা দিয়ো ( মনক ) চিনাম॥

ৰামেশ্বৰ বৰুৱা, বি, এ।

---

১৩৫

মিশ্র ভৈৰবী—খেমটা।

( আজি ) মধুৰ মিলন আজি মধুৰ মিলন,
প্রাণে প্রাণে লগ লাগে কেনে বিতোপন।

দুখানি প্ৰেমৰ নই, ৰই ৰই যায় বই,
সাগৰ সঙ্গমে পায় নতুন জীৱন ;
নিৰাশ শোকত হাঁয় আৰু একো কাম নাই,
দুখৰ পাচত হয় সুখ দৰশন ॥

যতীন্দ্ৰনাথ দুৱৰা।

---

১৩৬

সাহানা—ঝাঁপতাল।

কি মধুৰ ভাব আজি প্ৰেমিক প্ৰেমিকা সনে,
নিৰলে প্ৰেমৰ মেল পাতে দুয়ো সঙ্গোপনে।
প্ৰেমৰ সোঁতত ভাহি
বিৰিঙ্গে মিছিকি হাঁহি
হেঁপাহেৰে চোৱাচুই এজনক আনজনে।
হিয়াত অমৃত ঢণ্ড
কথাতে বৰষে মউ
ধীৰেৰে প্ৰেম কণিকা বিলায় নয়ন কোণে ;

মুখলই চাই চাই
হেঁপাহ নুগুছে হায়!
মতলীয়া হিয়া মন প্ৰেমসুধা ৰস পানে॥

বেনুধৰ দাস।

---

১৩৭

পূৰবী- আড়াঠেকা।

এনে সময়ত মন হোৱা আজি সচেতন।
আশাৰ কুসুম তুলি গাথাঁ মালা বিতোপন।
কবি ফুলনিত কত ফুলি ফুল শত শত
অকালতে সৰি গল শোকতে কান্দে পৰাণ।
নাই সি বসন্ত আৰু কুলিৰ মধুৰ কু-উ,
নুশুনো বীণাৰ মাত আৰু সুললিত গান।
নিজ পুৰুষালি এৰি কেনোনো মোহত পৰি,
কালৰ কোলাত আজি চোৱা সবে অচেতন।
দুখুনী জননী আজি শোক তাপে বিষাদিনী
মোহনিদ্ৰা পৰিহৰি হোৱা মন সচেতন॥

যতীন্দ্ৰনাথ দুৱৰা।

১৩৮

ভৈৰবী—খেমটা।

কি মোহিনী বাণে সখা হিয়া মন নিলা হৰি,
দিয়া দেখা প্ৰাণসখা মাতিছোঁ কাকুতি কৰি।
জোনৰ ছবিটি দেখি তোমাৰ মূৰুতি লেখি,
নিৰজনে আপোন মনে চাই থাকোঁ প্ৰাণ ভৰি।
জিলিকে তৰাৰ দল দেখি হওঁ উত্ৰাৱল,
গোপনে হিয়াৰ কোণত জলে সেই চকুজুৰি।
অকণি বিজুলী ৰেখা আকাশত পালে দেখা,
প্ৰেমধাৰে হিয়া ভৰে সেই হাঁহিটি মনত পৰি।
যেতেকে পাহৰোঁ বোলো, তেতেকে নিজকে ভুলোঁ,
নেপাওঁ উমান একো মৰোঁ কিয় দেহা পুৰি॥

বেনুধৰ দাস।

১৩৯

ইমন ভূপালী--একতালা।

আহাঁ আহাঁ আহাঁ সখি
গাথোঁ মালা আজি হে।
হিয়াৰ ৰতনে পিন্ধাম যতনে
লাহৰি হাতেৰে হে।
নতুন উলাহে চৌৱা চাৰি পাশে
নতুন সকলো হে।
প্ৰাণৰ বীণত শুনা কি বাজিছে
নতুন ৰাগিণী হে।
শুৱলা মাতেৰে সুন্দৰ সাজেৰে
সুন্দৰ যৌবনে হে।
প্ৰাণৰ পুতলা পিন্ধাই দিম মালা
প্ৰাণে প্ৰাণ সঁপি হে॥

বিষ্ণুপ্ৰসাদ ডুৱৰা বি, এল।

১৪০

ঝিঝিট—একতালা।

ধন্যা তুমি দেৱবালা অশ্বপতি-নন্দিনী।
তিনিও ভুবনে গাব সকলোৱে
তোমাৰ সতীত্ব কাহিনী।
সতী পতিব্ৰতা গুণে আপোনাৰ,
আত্ম পৰ হিত সাধিলা অপাৰ,
সত্যবানে দিলা নতুন জীৱন,
আনন্দে ভৰিছে ধৰণী।
অশ্বপতি পালে শত পুত্ৰ বৰ,
অন্ধৰাজাৰ চকু হল আকুবাৰ,
পালে নিজ ৰাজ্য ৰাজ সিংহাসন,
ৰাজপুৰী হল শুৱনী।
জগত পটত আঁকি এটি চিত্ৰ,
দেখুৱালা সতী ধৰম মাহাত্ম্য,
কৰিলা সাৰ্থক নাৰী জীৱনৰ,
থাকিল ইসব কাহিনী।

পূজিব সকলে এই সংসাৰত,
মহাদেবী বোধ কৰি হৃদয়ত,
গাব সকলোৰে হৰিষ মনেৰে,
"জয় অশ্বপতি নন্দিনী" ॥

বিষয় চন্দ্ৰ বিশ্বাসী।

---

১৪১

মিশ্ৰ বেহাগ—একতালা।

( তেনে ) আৰু কিয় কান্দো বহি ফুলনিত,
কুলিয়ে নো কিয় গাই গীত ?
( এদিন ) হৃদয় ঢালি ঘুৰি নিদাৰুণ
হল গৈ যদি সেই চিত।
এদিনতে হল কিনো অপৰাধ,
এদিনতে কিয় মিলিল প্ৰমাদ,
ধিক মোৰ জীৱনত কাম নাই সখি,
তেওঁ বিনে সবে বিপৰীত ॥

লক্ষেশ্বৰ শৰ্ম্মা, বি, এ।

---

১৪২

খাম্বাজ—চৌতাল।

শূন্য অন্তৰে পঠালা নাথ
শূন্য অন্তৰে উলটি যায়।
তোমাক ভকতি কৰিব পাৰোঁ
ই জনমে মোৰ শকতি নাই।
কৃপা কৰি যদি আপোনাৰ গুণে
অৰুণ চৰণে দিয়াহি ঠাই,
ধূলাৰ শৰীৰ ধূলিতে মিলাই
আতমা মিলিব তোমাতে গই ॥

ভৈৰব চন্দ্ৰ বৰুৱা।

---

১৪৩

বেহাগ—আড়াঠেকা।

হিয়া আজি কঁপে কিয়
চাটি ফুটি মন।
উদাস পৰাণ মোৰ
এনে উচাটন।

বিষয় বাসনা মোৰ
সকলো পৰিছে ওৰ,
খোজে এবে চিৰশান্তি
তাপিত জীৱন।
সুখৰ সপোন মোৰ
ভাঙ্গিলে কাল নিঠুৰ,
অন্তৰত ৰল অঁকা
মূৰুতি মোহন ;—
বিদাৰি হৃদয়-তলি
হুমুনিয়া এটি তুলি
হিয়াত বাজিছে প্রেম
বীণাৰ সুতান॥

লক্ষ্মীৰাম বৰুৱা।

১৪৪

সাহানা—ঝাঁপতাল।

চাপিছেহি ঘাটে আজি প্রেমৰ তৰণী ;
আঁহা কোনে হবা পাৰ ভৱ বৈতৰণী।
উৰিছে সাধনা পাল, প্রীতি ভক্তি গুৰিয়াল,
বলিছে মলয়া ধীৰে হৰিনাম ধ্বনি।
সি পাৰে বাঞ্ছিত স্থান শান্তিপুৰী বিদ্যমান,
অপূর্ব্ব জ্যোতিৰে চোৰা জ্বলে ৰিণি ৰিণি ;
সংসাৰৰ বেহা এৰি আজি শুভ যাত্রা কৰি,
আহাঁ লওঁ গই অনন্ত জিৰণি॥

বেনুধৰ দাস।

---

১৪৫

খাম্বাজ—কাওৱালী।

তুমি হৃদয় ৰতন।
মুখেৰে নেমাতা কিয
বিৰস বদন।
দেখিলে তোমাৰ মুখ,
পাহৰোঁ সকলো দুখ,
এৰা শোক উঠা নাথ
দিযা সমিধান।
তোমাৰে মুখকে চাওঁ,
তোমাকেহে ভাল পাওঁ,
তোমাতে সপিলোঁ মোৰ
জীৱন যৌবন॥

লক্ষ্মীৰাম বৰুৱা।

১৪৬

ইমনকল্যাণ—তেওট।

বিপদ বাৰণ তুমি নাৰায়ণ
পাপ-তাপ-ভয় হাৰী হে।
পৰিছোঁ বিপদে ৰাখা হে শ্ৰীপদে
তোমাৰ অনাথ সন্তান হে।
মোহৰ পাকত ঘুৰিছো সতত
নেজানি একোকে কাৰণ হে,
যত মোহ মায়া আঁতৰাই দিয়া
তুমি দেৱ মোহ-নাশন হে;
কৰিছোঁ কাকুতি দিয়া শুভ মতি
গুছোৱা সংসাৰ বন্ধন হে;
কৰুণা প্ৰকাশি ভৱ ভয় নাশি
দিয়া তযু প্ৰেম চৰণ হে॥

বেনুধৰ দাস।

১৪৭

মিশ্র পাহাড়ী—আৰাঠেকা।

কোৱা চিত্ৰলেখা সখি
কি হব বিলাই হে।
নিশা কিনো মনোহৰ
দেখিলোঁ স্বপোন হে।
প্ৰাণৰ পুতলি বুলি,
কোলাত ললেঁহি তুলি,
মিচিকিয়া হাঁহি কিবা
মোহন পুৰুষ হে।
লাজে আধা মৰা হলোঁ,
একেবাৰে পমি গলোঁ
কত পাম সখি! সেই
পুৰুষ ৰতন হে॥

লক্ষেশ্বৰ শৰ্ম্মা; বি, এ।

১৪৮

মিশ্র ঝিঁঝিট—একতালা।

বহু আশা পালি চকুৰে দেখিলোঁ
পূৰ হল মনৰ ধাউতি হে।
( তোমাৰ ) চেনেহী জেউতী হিয়া পৰশিছে
নেযাবা লাহৰি আঁতৰি হে।
হিয়াৰ কান্দনি কইছে তোমোৰা
দিয়াঁহি জীৱন দান হে;
( আজি ) বসন্ত বতাহে নিছে উটুৱাই
ৰাখিবা যতনে প্ৰাণ হে।
বকুল ফুলেৰে প্ৰণয় ডোলেৰে
আহাঁ প্ৰেম হাৰ দিওঁ হে;
( আজি ) হিয়া ভৰি ভৰি হেৰা প্ৰাণ সখি
মধুৰ অমিয়া পিওঁ হে॥

বেণুধৰ ৰাজখোৱা; বি, এ।

১৪৯

কীৰ্ত্তন মিশ্ৰ— ঢিমাতেতালা।

আজি বজোৱা আজি বজোৱা
মোহন বাঁহিটি আজি বজোৱা।
অস্ত যায় দিনমণি নীল আকাশত,
সুখ সপোনত, মোৰ হৃদয়ত
বজোৱা মোহন বাহী বজোৱা।
সজিছে আজি মোহন মুৰুলী
বাজিছে নতুন তান;
নব উলাহত নব জীৱনত
ভাহিছে নতুন প্ৰাণ:—
নতুন সুখৰ কোমল মাতৰ
মোহন বাঁহীটি আজি বজোৱা॥

দুৰ্গেশ্বৰ শৰ্ম্মা; বি, এল।

———

১৫০

খাম্বাজ—একতালা।

আজি হৃদয়ত শুনি যোৱা হেৰা
বাজিছে বিশ্ব বাজনা।
মিলিব সকলো নেথাকিব ভেদ
গুচিব ভিন্ন ভাবনা।
বহু জাতি গুচি একে জাতি হব,
সমাজ বান্ধনি কৰবাত থব,
এক ভাতৃ.ভাব সকলোৱে লব,
নৰব অন্য কামনা।
চিৰ দুখী গুচি চিৰ সুখী হব,
শান্তিৰ মলয়া চিৰকাল বব,
এক অৰ্ঘা তুলি সকলোৱে লব,
পূজিব পুণ্য ধাৰণা॥

দুৰ্গেশ্বৰ শৰ্ম্মা; বি, এল।

---

১৫১

অহং—একতালা।

উরুৱা উরুৱা আনন্দ নিচান
গোৱা সকলোৱে আনন্দ গীত।
মিলিল বম্বাই, মান্দ্রাজ, বেঙ্গল,
যাৰ মিলনত পৃথিবী ভীত।
কিয় আমি ৰওঁ নুধাওঁ লগত
কিয নধৰিম উন্নতি পথ ;
সকলোৰে মিলি একতাৰ ধ্বনি
উঠে যেন আজি দূৰ আকাশত।
প্ৰথমতে পৰে সূৰ্য্যৰ কিৰণ
তোমাৰ দেহৰ পৰ্ব্বত জুৰি ;
বসন্ত কালৰ নতুন পখীও
আহে গীত গাই তোমাতে উ'ৰ।
ব্ৰহ্মপুত্ৰে যাৰ কোমল পৰাণ
কৰিব লাগিছে সততে জুৰ ;
প্ৰকৃতি দেবীৰ নিজানৰ ঠাই
মাতৃভূমি বুলি নমোৱা মুৰ।

যাৰ আকাশত বলিব লাগিছে
গোটেই বছৰ মলয়া বায়ু ;
উঠা উঠা উঠা নহলে জানিবা
"অস্ত হল" বুলি জাতীয় আয়ু।
কিয় আমি ৰওঁ মুধাওঁ লগত
কিয় নধৰিম উন্নতি পথ ;
সকলোৰে মিলি একতাৰ ধ্বনি
উঠে যেন আজি দূৰ আকাশত ॥

দুৰ্গেশ্বৰ শৰ্ম্মা ; বি, এল।

---

১৫২

ঝিঝিট মিশ্ৰ—একতালা।

কান্দি এতে দিনে জপিলোঁ তোমাকে
কিয়নো আঁতৰি গৈছা গৈ।
(তোমাৰ) ৰূপৰ জেউতি পৰিছে জিলিকি
নেঢাকা নেঢাকা লাহৰি ঐ।

কত দিন ধৰি হিয়া সাকুৰিলোঁ
তোমাৰে আশাতে সোণ ঐ।
( তুমি ) চিকুণ সোহাগে নৱ অনুৰাগে
কৰাহি অমিয়া পান ঐ।
গুন গুন সুৰে কলীয়া ভোমোৰা
পঞ্চমত তুলি গোৱা ঐ।
( মই ) অতি যতনেৰে পিন্ধাওঁ সুখেৰে
প্ৰেমৰ এধাৰি মালা ঐ।
হাহা হেৰা ৰাতি সুখ হাঁহি এটি
শীতল পৰিছে হিয়া ঐ।
( আজি ) পুৰা ৰঙ্গা বেলি নোলাবি বেগতে
জুৰাওঁ প্ৰাণৰ জ্বালা ঐ॥

মোক্ষদাকান্ত ভূঞা।

---

১৫৩

কীৰ্ত্তন—একতালা।

জয় বিভু বনমালি,
জয় বিভু বনমালি।
নবীন লহৰী,
উঠে হিয়া ভৰি,
আহাঁ হৰি হৰি বুলি।

* * *

অৰুণে তৰুণ,
বিমল কিৰণ,
মোহে জগমন ঢালি;
জয় বিভু বনমালি।

* * *

মোহন মুৰুলী,
সুললিত বুলি,
আপোনাকে নিযে ভুলি;
জয় বিভু বনমালি।

* * *

আকাশে নাচিছে,
জোনায়ে হাঁহিছে,
নতুন মাধুৰী তুলি ;
জয় বিভু বনমালি।

* * *

নাচিছে গোপিকা,
আহিছে ৰাধিকা,
লোৰ প্ৰেম প্ৰাণ খুলি ;
জয় বিভু বনমালি ॥

দুৰ্গেশ্বৰ শৰ্ম্মা ; বি, এল।

---

১৫৪

বেহাগ মিশ্ৰ—একতালা।

দেখা দিলে মাথোঁ বিজুলী দৰে।
দেখা দি লুকালে,
প্ৰাণ কাঢ়ি নিলে,
অকুলতে পৰি দুখীয়া মৰে।

নীল আকাশত ধুনীয়া জোনাই,
সকলোৰে সুখ দিছেহি বঢ়াই ;
কিন্তু হায়! মোৰ হিয়া বিয়াকুল,
লাহে লাহে মাথোঁ বেদনা বাঢ়ে ॥

গুণদাকান্ত ভূঞা।

---

১৫৫

পিলু -যৎ।

নেজানো কপালে মোৰ
বিধিয়ে কি লিখিলে ;
এনুৰা যাতনা হাঁয়
হৃদয়ত থাপিলে।
প্ৰাণ সম তুমি সতী,
হব কি তোমাৰ গতি,
নিদাৰুণ মোৰ পতি,
এনে যজ্ঞ পাতিলে ॥

বেণুধৰ ৰাজখোৱা ; বি, এ।

১৫৬

বাৰোঁৱা—ঠুংৰী।

বিভুগান গোৱা হে সদাই।
অসাৰ সংসাৰ মায়াময়।
ধন জন ভাৰ্য্যা পুত্ৰ,
ইসব মোহৰ সূত্ৰ,
চকু মুদিলেই ভাই
সকলো হেৰায়।
সাৰ বস্তু যদি চোৱা,
বিভুৰ শৰণ লোৱা,
মন-প্ৰাণ তেঁওৰ পদে
ৰাখা সততাই॥

বিষয়চন্দ্ৰ বিশ্বাসী।

১৫৭

হাম্বীৰ—কাওৱালী।

সখি ৰাখা মোৰ প্ৰাণ।
কোনেনো বজালে বীণা দিয়া সমিধান
ধীৰে ৰাধা ৰাধা গায়,
হিয়া মোৰ পমি যায়,
চকুলো উপচি আহে শুনি সেই গান॥

নবীনচন্দ্ৰ বৰদলৈ; বি, এল।



# সপ্তম অধ্যায়।

## পুৰণি সঙ্গীত।

### বিয়াৰ গীত।

১

ৰাম ৰাম চৰাইৰে চিকুণে
ৰাম ৰাম তেলীয়া-সাৰেঙ্গে,
ৰাম ৰাম মাছৰে চিকুণে মোৱা।
ৰাম ৰাম বামুণৰ চিকুণে
ৰাম ৰাম ফোটে লগুণে,
ৰ ম ৰাম হোমৰে চিকুণে ধোঁৱা।
ৰাম ৰাম আগফাল শুৱনি
ৰাম ৰাম পাকিনি তামোলে,
ৰাম ৰাম পাছ ফাল শুৱনি পান।
ৰাম ৰাম বৰঘৰ শুৱনি
ৰাম ৰাম জীয়ৰী ছোৱালী,
ৰাম ৰাম উলিয়াই দিবলৈ টান॥

২

ওলাই আহাঁ আইদেৱে মাটিত মঙ্গল চাই ;
গণকে গণিতা বৰে খেণ চৰি যায়।
ওলাই আহাঁ আইদেৱে আঙ্গুলিকে লেখি ;
প্ৰজা সকল ৰৈ আছে তোমাক নেদেখি ॥

---

৩

ৰাম ৰাম জাৰে কঁপাই হিয়া,
ৰাম ৰাম কিনো ৰঙ্গে চোৱা,
ৰাম ৰাম বস্ত্ৰদি আৱৰি আনা।
ৰাম ৰাম গা চাই গামোছা,
ৰাম ৰাম আনাগৈ লিগিৰী,
ৰাম ৰাম ককাল চাই মেখেলা আনা।
ৰাম ৰাম মুখে চাই আৰচি,
ৰাম ৰাম আনাগৈ বানেচী,
ৰাম ৰাম দাপোণ চাই মেলাগৈ চুলি ॥

---

৪

আজু আনন্দ নন্দ ঘৰে ।
পূৰ্ণ ব্ৰহ্ম জন্ম ধৰে ।
ঘাগুৰ গুৰ্ গুৰ্ সঘনে বাজে ।
কত মন্মথ দেখি লাজে ।
গোপিনী মিল মিল নেত্ৰ ছবে ।
দধি দুগ্ধ খেলবে ॥

---

৫

মুৰত চাউল দিয়া, আশীৰ্ব্বাদ কৰা,
সুমঙ্গল বসতি হোক এ ।
জনমে জনমে শাখে সেন্দুৰে,
স্বামীত ভকতি ৰওক এ ॥

---

৬

আগত দিয়াঁ, পাচত দিয়াঁ,

পঞ্চ আয়তীয়ে, ৰাম ৰাম,

পঞ্চ আয়তীয়ে।

দূৰ্ব্বা ঘাটে পানী তোলে

যশোদা সুন্দৰী ৰাম ৰাম

যশোদা সুন্দৰী ॥

---

৭

শিৱ বাণ ৰজাৰ জীয়াৰী,

শিৱ উষা পটেশ্বৰী,

শিৱ সপোনত দেখালে ৰাতি।

শিৱ ৰাতি দুপৰ নিশা,

শিৱ উষাই দেখিলে,

শিৱ কিলাগি জীবন ধৰোঁ।

শিৱ আহা সখি সৱে,

শিৱ স্বামীৰ বিৰহে,

শিৱ জলে জ্বাম্প দিযা মৰোঁ।
শিৱ বাটত লগে পাই,
শিৱ নাৰদে সুধিলে,
শিৱ কলৈ যোৱাঁ প্ৰাণ সখি।
শিৱ কিবা সোধা সখি,
শিৱ কুমাৰক নেদেখি,
শিৱ ঊষা মৰিলেক কান্দি।
শিৱ পাটিত বহিছে,
শিৱ ঊষা মূৰ্চ্ছা গলে,
শিৱ সখিক সোধে যুগুতি।
শিৱ কেনেকৈ হৰিবা,
শিৱ অনিৰুধ কোৱঁৰক,
শিৱ থৈছে লোৱাৰ গড়ে মাৰি।
শিৱ কাম দেৱৰ পুত্ৰ,
শিৱ গোবিন্দৰ নাতি,
শিৱ আনি দিযা প্ৰাণ সখি॥

৮

দৈয়ন দিয়াঁ দৈয়ন দিয়াঁ

আপোনাৰে আই।

ভাল কৰি দৈয়ন দিয়াঁ

শৰীৰ জুৰাই।

পানবৰীযাৰে পান আনাগৈ

গোৱালৰ ঘৰৰে দৈ এ।

আজি আইদেৱক দৈয়ন দিছেহি

সিংহদুৱাৰতে ৰৈ এ॥

---

৯

এইনো সাজে পাৰে মুগুৱাই বোপাদেও

আৰু সাজ পাৰ লাগে

খৰকৈ যোৱাঁগৈ দেউতাৰাক কোৱাঁগৈ

এতিয়াই সলাব লাগে।

হাতীকে সজালে হাতীবৰুৱাই
ঘোৰাঁকে সজালে ঘাঁহী।
আমাৰ বোপা দেওক সজাই দেউতাকে
বিচিত্ৰ অলঙ্কাৰ আঁনি।
ধোবাকো বধিলে বস্ত্ৰ কাঢ়ি ললে
কুজীৰো ললে চন্দন।
মলিয়াৰ হাতৰে মলা তুলি ললে
লাৰলে ৰঘু নন্দন।
হাতী আনো বুলি নানিলা দেউতা
ঘোৰাকো আহিলা এৰি।
অতখন বাটলৈ কেনেকৈ যাবগৈ
সোণৰ মনি যেন ভৰি॥

---

১০

আয়তা সকলে উৰুলি দিয়াহে
গাভৰু উলিয়াই দিলে।
মৰমৰ জীয়াৰী চিঙ্গি মায়া জৰী
মাকক মেলানি ললে।

বৰ হোমৰ গুৰিতে । শহুৰৰ আগতে
বাপুদেউৰ আঠুতে ধাৰ।
ডেকা দেৰে আজি কোন লাজে খুজি
আছাহে দেখি সুন্দৰী।
চৈধ্যবছৰীযা এনেনো ধুনীয়া
গোলাপৰে পাহি যেনে।
দেখি মনে মনে বোপাদেও বখানে
নিজে ধন্য ধন্য মানে।
আঁচলে আঁচলে সাঙ্গুৰি পেলালে
ৰঙ্গে পিছে পিছে ফুৰে।
হৰ গৌৰী যেনে অতি শোভা কৰে
মিলিছে জোৰকো জোৰে॥

---

১১

আইদেওৰ মজিযাত কোনে উমলিলে
কৰ্চ্চণ চৰাইৰে পাখি।
এন্ধাৰে মজিয়া পোহৰ হৈ আছিলে
ৰামে লই যাব আজি।

ৰাম কমাৰৰে সনোৱা কটাৰী
সাতে সৰি দিয়া বিৰি।
লাগেযে আইদেও ধনকে ভৰিবা
কটাৰী নিদিবা এৰি।
জীউ খেদি ৰামে পালে সোণৰ মণি
পাহৰি শৰাইতে থলে।
যিহে টেঙ্গৰা আমাৰ আইদেৰে
টিপাতে লুকুৱাই থলে॥

---

১২

ৰাম ৰাম ৰামে ৰামতী,
ৰাম ৰাম জীউ খেদিছিলে,
ৰাম ৰাম ৰামতকৈ ৰামতী চৰে।
ৰাম ৰাম জীউ খেদি ৰামে,
ৰাম ৰাম পালে সোণৰ মণি,
ৰাম ৰাম শৰাইতে ওলোমাই থলে॥

---

১৩

ৰামৰে জননী পালেহি ৰুক্মিণী,
ওলাই আহাঁ মূৰ দোৱাই হে।
জোৰোণ দিয়াৰ ভাল অলঙ্কাৰ,
আনিছোঁ টেমা ভৰাই হে।
ৰামৰ ঘৰৰে গহনা আনিছে
লৈ আহাঁ ৰাচি পিন্ধাওঁ হে।
মাৰাৰ সাজেৰে হইছা গাভৰু
চাপি আহা সাজ পিন্ধাওঁ হে॥

---

১৪

সখি হে! তুলিতে তলিচা,
সখি হে! বহিছে আই দেউ,
সখি হে! শৰাই লৈ মেলিছে চুলি হে।
সখি হে! দহো আঙ্গুলিয়ে,
সখি হে! ৰত্ন জ্বলিছে,
সখি হে! নেপুৰেও ধৰিছে তুলি হে।

সখি হে! চুলিত ধৰি ধৰি,
সখি হে! আছে কেনে কৰি,
সখি হে! গোলাপৰ দৰে ফুলি হে।
সখি হে! শৰীৰ নোং কি চাবা,
সখি হে! দেখি ভোল হবা,
সখি হে! যেনে ৰাম কলৰ পুলি হে।
সখি হে! পূর্ণচন্দ্র যেন,
সখি হে! শৰীৰ বৰণ,
সখি হে! জ্বলিছে সভাৰ মাজে হে।
সখি হে! অতুল জগতে,
সখি হে! আছে তোমাৰ সখি,
সখি হে! পার্গতি সকলো কাজে হে॥

---

১৫

কালি এতেবেলি আছিলাঁ আইদেও
মাৰাৰ পালেঙ্গত শুই।
আজি এতেবেলি লৰিলা আইদেও
অৰণ্যত লগালা জুই।

চাউল চাৰি পুৰা কত নো এৰিলা
চিৰা চাৰি পুৰা পাই।
চেনেহৰ সৰু ভাই কত নো এৰিলা
বোপা দেউৰ বাতৰি পাই ॥

---

## বৰ-গীত।

১৬

ৰাগ আশোৱাৰী।

জয় জয যাদৱ জলনিধিজা-ধৱ ধাতা।
শ্রুতমাত্রাখিল দাতা।
স্মৰণে কৰয সিদ্ধি দীন দযানিধি,
ভকত মুকুতি পদ দাতা।
জগজন জীবন অঞ্জন জনার্দ্দন
দনুজ দমন দুখ হাৰী।
মত্তদানন্দ কন্দ পৰমানন্দ
নন্দ নন্দন বনচাৰী।

বিবিধ বিহাৰ বিশাৰদ শাৰদ
ইন্দু নিন্দি পৰকাশী।
শেষ শয়ন শিৰ কেশি বিনাশন
পীত বসন অবিনাশী।
জগত বন্ধু বিধু মাধৱ মধুৰিপু
মধুৰ মূৰতি মুৰনাশী।
কেশৱ চৰণ সৰোৰুহ কিঙ্কৰ
শঙ্কৰ অহু অভিলাষী॥

১২

ৰাগ নাট মল্লাৰ।

মধুৰ মুৰতি মুৰাৰু
মন দেখ হৃদযে হামাৰু।
ৰূপে অনঙ্গ সঙ্গে তুলনা
তনু কোটী সূৰুয উঝিয়াৰু।
মকৰ কুণ্ডল গণ্ডমণ্ডিত
খণ্ডিত চান্দ ৰুচিখিত হাসা।

কনক কিৰীট জড়িত ৰতনা
নব নীৰজ নয়ন বিকাশা।
চতুৰ উঝৰ কৰ কঙ্কন,
কেয়ূৰ ভুজমহ মোতিম হাৰু।
লীলা বিনোদী কম্ৰু
কৌমুদী চক্ৰকেৰি কুণ্ডধাৰু।
শ্যাম শৰীৰ ৰচিত পীত
অম্বৰ উৰে বনমালা 'লালে।
কৌস্তুভ শোভি কণ্ঠ
কটিকাঞ্চী কিঙ্কিণী কনয়া দোলে।
অৰবিন্দ নিন্দি পাৱ নৱপল্লব
ৰতন নূপুৰ পৰকাশা।
ভকত পৰম ধন তাহে মজোক মন
শঙ্কৰ এক অভিলাষা॥

—

১৮

ৰাগ- ধনশ্ৰী।

নাৰায়ণ! চৰণে কৰোঁহোঁ গোহাৰি।
বিষয় বিলাস পাশ ছান্দি ইন্দ্ৰিয় মোহি
ওহি লুটে বাটোৱাৰী।
নাসা গন্ধ মধুৰ ৰস ৰসনা
শ্ৰৱণ বিবিধ ধ্বনি ধায়।
নয়নে ৰূপ পৰশ ত্বচ চাহে
কাঁহে ভজোঁহো পহু পায়।
কাম ক্ৰোধ মদ মান মোহ মেৰি
ঐসব বৈৰী বিশাল।
শঙ্কৰ কহ পহু তুহু বিনে নাহি আৰ
সেৱক পাঁল গোপাল॥

---

১৯

ৰাগ গৌৰী।

ওৰে সখি পেখোৰে কুঞ্জ লোচন,

চললি নন্দকুমাৰা।

ইন্দুবদন কোটিমদন ৰূপে তুল মুহি যাৰা।

মকৰ কুণ্ডল মণ্ডিত গণ্ড,

গলে গজমতি লুলে।

তৰিতাম্বৰ শ্যাম সুন্দৰ

শিৰে শিখণ্ডক দোলে।

কৰকঙ্কন কিঙ্কিণী কনক

ঝনকে চলে গোপালা।

পঞ্চম পূৰে লম্বিত উৰে

কোকি কদম্বক মালা।

পদপঙ্কজ মঞ্জীৰ ঝুৰে

হৰয় চিত্ত হামাৰু।

শঙ্কৰ কহ ছাৰ বিৰহ

ওহি জগ আধাৰু॥

২০

ৰাগ—গৌৰী।

ৰাম পৰম ধন চিন্তহু মন ভাই,
তনু চিন্তামণি বিফলেহি যাই।
বিষয়ক সুখ শূকৰ কহোঁ পাই,
হৰি পদ সেৱা মানবী বিনে নাই।
ঝুটা ঐচন জনম গোঞাই,
বিষয় কাচক মূলে মানিক বিকাই।
ওহি পৰমতত্ত্ব বেদক বাণী,
কহত মূৰুখমতি মাধব জানি।

২১

ৰাগ—ধনশ্ৰী।

নাৰায়ণ কে গুণ জানব তোই।
কৰহু কৰুণা নাগ মোই।

সহস্র বয়নে গুণ গাৱত ভিনে ভিনে
বয়নে কৰত বখানা।
তোহাৰি নামগুণ যশ মহিমাক
তবহু অন্ত নাহি জানা।
মহামুনি চতুৰ বয়ন স্তৱ শঙ্কৰ
মোহিত যাকেৰি মায়া।
চাৰিবেদ বিচাৰকয় আৱত
যাকেৰি অন্ত নপায়া।
সনক সনাতন আদি যোগীগণ
যাকেৰি মহিমা নজানা।
হামো মূৰুখ মতি কেমনে জানব গতি
তুহু মাধব গানা॥

---

২২

ৰাগ—ধনশ্ৰী।

নাৰায়ণ মাগোঁ চৰণ ৰতি তেৰা।
ই তিনি ভুবন, তুমহি বৰঠাকুৰ,
নাহি জানত মতি মেৰা।
ভূবন চতুৰদশ কায়া ফিৰত মেৰি
বেৰি বেৰি অন্ত নহোই।
তাৰু তাৰু তাৰু ইবেৰি নাৰায়ণ
থোৰে কৰুণা কৰ মোই।
সয়ল পাপী মহ হামো অধিকতম
কমনে তৰিতে মেৰি আশা।
কহয় মাধৱ হৰি ভুহোঁ পতিত গতি
ওহি মেৰি পৰম ভৰসা॥

---

২৩

রাগ—ভাটিয়ালী।

অগো মাই তোহাৰ তনয় যদুমনি।
বকাসুৰ বধি হাঁৰ পৰম আনন্দ কৰি
আইসে শুনা বংশীৰ ধ্বনি।
ভয়ঙ্কৰ বকগোট বজ্ৰৰ সমান ঠোঁট
চুম্পি ৰহি আছে সাবধানে।
বায়ুবেগে আসি ধায় গিলিল কৃষ্ণক পাই
দেখি আমি মৰিলোঁ পৰাণে।
তালুত লাগিল হৰি পেলালে বাহিৰ কৰি
সকল বালকে আছোঁ চাই।
পুনু আসে গিলিবাক ঠোঁটত ধাৰয়া তাক
চিড়িয়া মাৰিলা যদুৰাই।
খানিকো নভৈল ঘাৱ, কৃষ্ণৰ নিকুঞ্জ গাৱ
দেখিয়া কৌতুক পাইলা ৰবে।
ধেনু বৎস আগ কৰি আনন্দে আসন্ত হৰি
আমি সৱে আসিলোঁ লৱৰে।

ব্ৰজত পৰিল জান কৃষ্ণেসে সবাৰো প্ৰাণ
নন্দ ঘৰে আসিলা হৰিষে।
কৃষ্ণমুখ পদ্মমধু নেত্ৰে পিয়া ব্ৰজবধূ
কৃষ্ণ শিৰে কুসুম বৰিষে।
দেখি নন্দ যশোদাৰ আনন্দৰ নাহি পাৰ
কৃষ্ণক কোলাত লৈলা তুলি।
মৰি যেন আইল প্ৰাণ কৰে পুত্ৰ শিৰঘ্ৰাণ
প্ৰেমৰসে মজিল সমূলি।
নিজ বৈৰী মাৰি হৰি আসিলা কৌতুক কৰি
দেখি সবে ভৈলা আনন্দিত।
মাধৱ মূৰুখমতি কহে মোৰ হৰি গতি
হৰি পাৱে নিমজোক চিত॥

---

২৪

ৰাগ—বেলোৱাৰ।

বিৰিন্দাবনে খেলে যশোদা নন্দ ললনা।
যো হৰি সকল ভূবন একু পালক, সো হৰি
বনে বৎস পালনা।

কোটি মদন জিনি ৰাজত যদুমণি

নৱ জলধৰ তনু শোহনা।

ত্রিবলিবলিত অঙ্গ ভঙ্গ ৰুচিৰ ৰঙ্গ

ৰসিক ভূবন মনমোহনা।

বাম বলিত ভুজ মূলে মিলিত বাম

কপোল ভঙ্গুৰ ভ্রূব চালনা।

ঈষত ঈষত হাসি বংশী মধুৰ ধ্বনি

মণিময় চূড়া ভালি টালনা।

নবীন গুঞ্জাৰ হাৰ, গলে গজ মুকুতাৰ,

মালা কদম্বকেলি দোলনা।

ৰতন মঞ্জীৰমণি, ঝুৰয় চৰণ সহ,

মাধৱ কহ ভব ভুলনা॥

২৫

ৰাগ—মাহুৰ।

শ্যাম চান্দ মুখ পেখলো মাই।

কদম্ব কান্ধে বহি ফিৰি ফিৰি চাই।

কদম্ব মালা গলে শোভিত ভালি,

এতিনি ভূবন মোহন বনমালী।

কুণ্ডল ডগমগি ঝলমল মোড়া,
ঈষত হাসি ৰসে মানস চোৰা।
অমল কমলদল লোচন ৰাতা,
অপৰূপ নিৰমল কমন বিধাতা।
সকল কলাৰস সিন্ধু নাগেৰা,
মাধৱ কহ গতি গোবিন্দ মেৰা॥

---

২৬

ৰাগ—গৌৰী।

ভালি নাচে মদন গোপাল।
বজায় মোহন বেণু গলে বনমাল।
অৰুণ চৰণ দুহোঁ থমকে চলায়,
ঈষত ঈষত হাসি পঞ্চম গায়।
শ্যামল সুন্দৰ চান্দ বয়ন বিকাশ,
কহয় মাধৱ দীন হৰিপদ দাস॥

---

২৭

রাগ—শ্ৰী।

শ্যাম মনোহৰ হৰয়ে নাগৰ জানে লো।
হামাৰি জীবন কানু হাসি হৰল ৰে
কালা অঙ্গেৰ তিনি ঠানে লো।
ভ্ৰূব মদন ধনু চিত নিবেশিত
বঙ্কিম নয়ন পঞ্চম বানে।
অমিয়া মধুৰ বাণি মোহমন্তৰ জলি
ঘনে ঘনে কৰতু সন্ধানে।
মোহন বংশীৰ গানে হৰল চেতন মন
মৰম ভেদল বৰ টানে।
কহয় মাধৱ মাই কানাই জীৱন বিনে
কভো নাহি ৰহত পৰাণে॥

---

২৮

ৰাগ—শ্ৰী।

গোকুল আজু গোপাল বিনে ভয়ো আন্ধিয়াৰি।
উগত সূৰ দূৰ গয়োৰে মুৰাৰি।
হামাৰি জীবন দূৰ গয়োৰে গোবিন্দ,
নয়নে নেদেখোঁ আৰ পদ অৰবিন্দ।
ৰবি বিনে দিন নোহে জল বিনে মীন,
হৰি বিনে গোপীৰ জীবন ভেল ক্ষীণ।
ধৰণী লুটিয়া গোপী ফোকাৰে সঘন,
কহয় মাধৱ গতি নন্দকু নন্দন॥

---

২৯

ৰাগ—কৌ।

উঠৰে উঠ বাপু গোপাল হে, নিশি পৰভাত ভেল।
কমল নয়ন বুলি ঘন ঘন, যশোৱা ডাকিতে লৈল।
মোৰ প্ৰাণ ধন সুচান্দ বয়ন
গাৱ চালি তেজ নিন্দ।

সব পুৰুষৰ শিৰৰ ভূষণ
তুমিসে বাপু গোবিন্দ।
মোৰ পুত্র বুলি যশোৱা গোৱালী
বুকে বান্ধি কোলে লৈল।
বয়নে চুম্বন কৰি ঘন ঘন
আনন্দে মগন ভৈল।
সিদ্ধ মুনিগণে চিন্তিয়া নপাৰে
সো হৰি যশোৱা কোলে।
ত্রিজগত পতি ভকতি মিলন
মূৰুখ মাধৱে বোলে॥

---

৩০

ৰাগ—শ্যাম।

তেজৰে কমলাপতি পৰভাত নিন্দ,
তেৰি মুখ চান্দ পেখোঁ উঠৰে গোবিন্দ।
ৰজনি বিদূৰে দিশ ধৱলি বৰণ,
তিমিৰ ফিড়িয়া বাজ ৰবিৰ কিৰণ।

শতপত্র বিকশিত ভ্রমৰা উড়াই,
ব্রজবধূ দধি মথে তুৱাগুণ গাই।
দাম সুদামে ডাকে তেৰি লৈয়া নাম,
হেৰ দেখ উঠিয়া আসিল বলোৰাম।
নন্দ গেল বাথানে গোৱাল গেল পালে,
সুৰভী চাৰিতে লাগে উঠৰে গোপালে।
ক্ষীৰ নবনী লৈযো শিঙ্গা বেত বেণ,
সকালে মেলিযো বৎস হাম্বালাৰে ধেণু।
কহয মাধৱ মাই কিনো তপসাইলা,
ত্রিজগত পতি হৰি ৰাখোৱাল পাইলা॥

---

৩১

ৰাগ—সিন্ধুৰা।

জয় জয় ৰাম     ৰাঘৱ ৰঘুকুল পঙ্কজ
দিনকৰ ৰাম মুৰাৰি।
যো পদ কমল     সুৰাসুৰে সেৱত
সকল ভূবন অধিকাৰী।

বালি ঘালি পালি সুগ্রীব কপি
বাৰিধি বান্ধল সেতু।
নিশাচৰ সাতে দশানন ঘাতন
জগজন মঙ্গল হেতু।
জানকী লক্ষ্মণ সুগ্রীব বিভীষণ
মাৰুতি সব সৈন্য সাতে।
পুষ্পক যানহি আসি আপোন
ভজো নৰপতি ৰঘু নাথে।
শিৰে শশী মণ্ডল ছত্র সুনির্ম্মল
শ্বেত চামৰ দোহো দোলে।
মিলিল মহোৎসৱ পৰম কোলাহল
সবলোই মঙ্গল ৰোলে।
শঙ্খ মৃদঙ্গ মুৰুজ ধ্বনি বাজত
ডুম ডুম ডুন্দুভি ৰোলে।
পঞ্চ শৱদ শুভ মিলিল মহোৎসৱ
জয় জয় ৰাঘৱ বোলে।
ব্রহ্মাপুৰন্দৰ হৰ মুনি কিন্নৰ
চাৰণ মিলিল ৰঙ্গে।

ৰতন সিংহাসনে বসি ৰঘুনন্দন
ৰাজত জানকী সঙ্গে।
নিত্য নিৰঞ্জন জগজন কাৰণ
ৰাম ৰূপে অৱতাৰা।
ৰঘুপতি চৰণ কমল ভৃঙ্গ মাধৱ
কহ গতি ৰাম হামাৰা॥

---

৩২

ৰাগ—ভাটিয়ালী।

বুঢা ভাই হৰি গুণ গাই নাচা।
কোন দিন ঢলি শৰীৰ পৰয়,
আৰু কি বাট চাই আছাঁ।
আয়ু দিলে ভাটি হাতে লৈলে লাঠি
হান্তিতে নচলে পাৱ।
ভাগিল মাগুলী আগ গৈল ঢলি
ধনু ফান্দ দিলে গাৱ।

ছাল সোটা সোট  হাৰ গোটাগোট
কোটৰে লুকাইল আঁখি।
তেজ বল মাংস  গাৱতে লুকাইল
দেখিয়া নাপাৱা সাখী।
শুখাই গৈল আত  মুখে নাই মাত
দান্তৰো নাহি অৱস্থা।
কাসে ঢুল ঢুল  সৰি গৈল চুল
লৰবৰ কৰে মাথা।
বিভৎস শৰীৰ  আখি ঝুৰে নীৰ
তিনি থানে ভৈল বাগ।
কহয় মাধৱ  সবেও মৰিব
তথাপি বুঢ়াসে আগ॥

---

৩৩

ৰাগ—ভাটিয়ালী।

ডেকা ভাই কিসৰ হাৰষ তোৰ।
চক্ষু নেদেখস, আনন্দে ভ্ৰমস, তোক পাইলে কালচোৰ।

আছিলি ছৱাল　　ভৈল যুবাকাল,
কেনে তাত নাই মন।
আপদৰ বন্ধু　　যতনে লৈয়ো
ৰাম নাম মহা ধন।
আয়ু আদি কৰি　　যত ধনজন
সব কাল চোৰে হৰে।
দেখি নেদেখস　　বুঢ়াক হাসস
ছৱাল কালতে মৰে।
যৌবন গৰ্ব্বক　　ঝাণ্টে পৰিহৰি
নামক লৈয়ো যতনে।
কালৰ হাতত　　বৃদ্ধ যুবা নাই
কহয় ৰাম চৰণে॥

---

## ভটিমা।

৩৪

জয় গুরু শঙ্কৰ সর্ব্ব গুণাকৰ

যাকেৰি নাহি উপাম।

তোহাৰি চৰণক ৰেণু শতকোটি

বাৰেক কৰোঁহো প্ৰণাম।

দৰশিত সুন্দৰ গৌৰ কলেবৰ

যৈসন সূৰ পৰকাশ।

সকল সভাসদ ৰঞ্জন যাকোৰ

দৰশনে পাপ বিনাশ।

বিনে অঙ্গ ভূষণ পেখি সুশোভণ

গহীন গম্ভীৰ ধীৰ মতি।

আয়ত লোচন নয়ন বৰ সুন্দৰ

বয়ন চাঁদকছু জ্যোতী।

লীলা গজগতি গমন বিলোকন

বাণী মেঘ গম্ভীৰ।

পাষণ্ড মৰ্দ্দন কলিকো কালে

যাকো সম নাহি ধীৰ।

যোহি নাৰায়ণ মায়া বিস্তাৰি,
কৰু ত্ৰিজগত নিৰমাণ।
সনক সনাতন যোগী যাকেৰি
মহিমা কবহু নজান।
চাৰি বেদ শিৰোমণি মাজে
যাকেৰি চৰণ বিকাশ।
সোহি দেৱক কয়লি কলিকো
শঙ্কৰ দেৱ পৰকাশ।
ত্ৰিভুবন বন্দন দৈবকী নন্দন
যোহৰি মাৰল কংস।
জগজন তাৰণ দেব নাৰায়ণ
শঙ্কৰ তাকেৰি অংশ।
মায়া নৰতনু ধৰি হৰি ভকতি
কয়লি বহু পৰচাৰ।
সকল চৰাচৰ পালনকাৰা
যোহি দেৱকো দেৱা।
চতুৰ বয়ন শিৰ সুৰপতি যাকেৰি
চৰণে কৰু নিত্য সেৱা।

সব নৰ পাপ পয়োধি মজ্জল
তাহে কয়লি উদ্ধাৰ।
অব নিশি চাৰি বেদ বিচাৰি
বেকত করু হৰিনাম।
যাকেৰি বয়নে মিলাই গাই
পাই মনোৰথ কাম।
পণ্ডিত মানি বেদ বখানি
গৰব কয়লি চুৰ।
গীত কবিত্বগুণ শঙ্কৰ দেৱৰ
কীৰিতি গয়ো বহুদূৰ।
শ্ৰীযশ দান মান ভূত দায়া
সব গুণ সম্পন্ন ঠিক।
ভকতক ভকতি দানে করু গুরু
দায়া তনয় অধিক।
হৰিক মূৰুতি স্মৃকৃতি মন মগন
মজ্জল আনন্দ সিন্ধু।
ঐসন নিৰমল হৃদয়ে বিকশিত
ভকতকুমুদ কুল ইন্দু।

নিজ কুল তাৰি ভকতি বিস্তাৰি
বান্ধল হৰিগুণ সেতৃ।
কলিযুগে পাপ পয়োধি সব্ব নৰ
তাৰণ কাৰণ হেতু।
ভকতি ভণ্ডাৰ দ্বাৰ সব ছোৰি
মুকুতি কয়লি উদাস।
এক শৰণ হৰি নাম ধৰম কহোঁ
ৰাজা কৰু পৰকাশ।
কি কহব শঙ্কৰ দেৱৰ মহিমা
জানি অন্ত নপায়।
যাকেৰি চৰণক ৰেণু শিৰে পৰশি
মুকুতি সুখ সুখে পায়।
মাধৱ দীন মূৰুখমতি কহয়
বাণী শুন সব লোই।
বিনে গুৰু চৰণ ভকতি ৰকতি
মুকুতি কবহু নহোই।
ওহি পৰমতত্ত্ব বেদকো বাণী
জানি নৰ নকৰ বিৰাম।

ধৰমক কৰমক গৰবক ৰোখি
ডাকি বোলহু ৰাম ৰাম ॥

---

৩৫

টোটয়।

মধুদানবদাৰণ দেৱ বৰং
বৰ বাৰিজলোচন চক্ৰধৰং।
ধৰণীধৰধাৰণ ধ্যেয়পৰং
পৰমাৰ্থ বিত্থাশুভ নাশকৰং।
কৰচূৰ্ণিত চেদিপ ভূৰিভগং
ভগভূষণকোৰ্চ্চিত পাদযুগং।
যুগনায়ক নাগৰ বেশৰুচিং
ৰুচিৰাংশপিধান শৰীৰ শুচিং।
শুচিচামৰ বায়ূনিসেব্যতনুং
তনুমধ্যগ দেহ সুবেশ হনূং।
হনুমন্তহৰাশ সহায় ৰতং
ৰতিৰাঙ্গপৰায়ণ শক্ৰনতং।

নতবর্ত্তুল স্থূল সুদীর্ঘ ভুজং
ভুজগাধিপঅপশয়ানমজং।
অজৰামৰ বিগ্রহ বিশ্বগুৰুং
গুৰুগোধন কামদ কল্পতৰুং।
তরুণীমনমোহন সর্ব্বশুভং
শুভমঙ্গল দায়ক নীলনিভং।
ইভকুম্ভজ মৌক্তিক মাল্য বহুং
বহুলোৰসমিষ্টজ সর্ব্ব সহং।
সহজায়তি পদ্মদলাক্ষচিদং
চিদানন্দবিনোদন বেদবিদং।
বিদুষামনমণ্ডল কম্বুগলং
গলশোভিত কৌস্তুভভীমবলং।
বলভদ্র সহোদৰ সত্যবপুং
বপুনির্দ্দিত বিশ্বসুৰাৰি ৰিপুং।
ৰিপুযূগপযূথপ দর্পহৰং।
হৰমৌলিনিঘৃষ্ট পদাব্জপৰং।
পৰলোক সহায় সহস্র মুখং
মুখৰালিকুলাকুল মাল্যসুখং।

স্থখমোক্ষদ দক্ষ ৰমাৰমনং
মনসোপৰিমেয় সহস্ৰফলং।
ফলতোস্মি নতোস্মি নতোস্মি হৰিং
হৰি বৈৰী হুতাশন ভোগ্য হৰিং।
হাৰ কিঙ্কৰ শঙ্কৰ ঈশ পদে
পদমিচ্ছন গায়তি চাম্ৃত দে॥

---

৩০

ভৈৰোঁ—ঠুংৰা।

প্ৰাতঃ সময়ে যশোৱা জননী
মুখ চুম্বিত শ্যাম জগাৱনকো।
উঠমেৰি লাল মদন গোপাল
আৰে তেৰে গোৱাল বলাৱনকো।
অৰুটীয়া লেহু, মাখন চন্নত পুৰি
মুৰাৰি লেহু শ্যাম বজাৱনকো।
বৃন্দাবনে যাহি আনন্দ কৰু
যমুনা তটে ধেনু চৰাৱন কো।

ছোৰি ভুবন		চলহু নন্দনন্দন
গোধন চাৰণ কাৰণ ৰে।
দাম সুদাম		সখা সব মিলত
আনন্দে গোবিন্দ.খেলি খেলাৱত ৰে।
শত শত বৎস		বিমল সুবিমল
নবীন চবীন লৱত ৰে।
শিঙ্গা উপাঙ্গ		বেণু মুহ বাজত
হেৰি গোৱাল ভুলাৱত ৰে।
গিৰিপতি ধ্যান		তেজি অবধান
মুৰৰীক সান বিমোহিত ৰে।
তুহু জগন্নাথ কি		দাস কি মাধৱ
মুহ ভৰি ৰাম কহাৱত ৰে॥

---

## গুণমালা।

৩৭

ঘোষা।

ৰাম নিৰঞ্জন		পাতক ভঞ্জন॥

পদ।

নমো নাৰায়ণ সংসাৰ কাৰণ
ভকত তাৰণ তোমাৰ চৰণ।
তুমি নিৰঞ্জন পাতক ৰঞ্জন
দানৱ গঞ্জন গোপিকা ভঞ্জন।
বেদান্ত গায়ক বংশী বায়ক
জগত নায়ক মুকুতি দায়ক।
ভকতৰ ঋদ্ধি কৰাঁ সৰ্ব্বসিদ্ধি
বিধাতাৰ বিধি দীন দয়ানিধি।
ভকত ৰোচন দুঃখ সঙ্কোচন
পাতক মোচন কমল লোচন।
দৈত্য অন্তকাৰা গোবৰ্দ্ধনধাৰী
ভব ভয়হাৰী তুমিসে মুৰাৰা।
কালিক দমিলা পূতনা শুসিলা
দেৱক তুষিলা ব্ৰজক ভূষিলা।
কেশীবৎস বক সমস্ত দৈত্যক
লগাইলা চমক ডকাইলা যমক।

তুমি বাৰম্বাৰ হুয়া অৱতাৰ
পৃথিবীৰ ভাৰ খণ্ডিলা অপাৰ।
ইন্দ্ৰক দমিলা ব্ৰহ্মায়ো নমিলা
বনত ভ্ৰমিলা গোপীক ক্ৰীড়িলা।
পশি ৰঙ্গশাল যত মহামাল
কৰিয়া আস্ফাল বধিলা গোপাল।
তজুগুণ নাম ধৰ্ম্ম অনুপাম
মোক্ষ অৰ্থ কাম সাধা প্ৰভুৰাম।
মাৰি দশগ্ৰীৱ জনকৰ জীৱ
পাইলা সদাশিৱ তুমি জগজ্জীৱ।
তোমাৰ চৰিত্ৰ পাতকীৰ মিত্ৰ
পৰম পবিত্ৰ কৰিলা বিচিত্ৰ।
পতিত পাৱন এভৱ ভাৱন
অসুৰ দাৱন তুমিসি বামন।
অগতিৰ গতি ত্ৰিজগত পতি
তোমাৰ ভকতি থাকোক সম্প্ৰতি।
শ্যামল শৰীৰ জলদ ৰুচিৰ
গহীন গম্ভীৰ গুণৰ মন্দিৰ।

কুণ্ডলে মণ্ডিত অসুৰ দণ্ডিত
পাতক খণ্ডিত তুমিসি পণ্ডিত।
দাৰিদ্ৰ্য মৰ্দ্দন করুণা সদন
বংশী বদন মূৰতি মদন।
হাস্য দৰিশন পাপ কৰিষণ
দোষ মৰিষণ কাম বৰিষণ।
জগত আধাৰ দৈবকী কুমাৰ
সংসাৰত সাৰ চৰণ তোমাৰ।
তুমি ভগৱন্ত মহিমা অনন্ত
তাৰিলাহা সন্ত পুৰুষ মহন্ত।
তুমি সুৱৎসল পুৰুষ নিছল
নাহি কিছু ছল ভকত বৎসল।
তুমি অৱতৰি অসুৰ সংহৰি
সৃষ্টি আছা ধৰি দেৱ শ্ৰীহৰি।
অঘাসুৰ ঘালি মহা বলশালী
দমিলাহা কালি তুমি বনমালী।
কৰি পৰাভৱ খেদাইলা দানৱ
ভকত বান্ধৱ তুমিসি মাধৱ।

কৰি অবিছেদ দৈত্য কৰি ভেদ
খণ্ডিলাহা খেদ উদ্ধাৰিলা বেদ।
জগতক বশ্য কৰিলা অবশ্য
ভৈলা মহামৎস্য ব্ৰহ্মাৰ নমস্য।
তুমি মহা হংস আহি নিজ অংশ
হুয়া যদুবংশ বধিলাহা কংশ।
জগত নিঃশেষ সৰাত প্ৰবেশ
ভৈলা হৃষীকেশ নাজানি উদ্দেশ।
তুমি পীতাম্বৰ কৰি আড়ম্বৰ
বধিলা সম্বৰ প্ৰভু বিশ্বম্ভৰ।
তুমি সি অচ্যুত আনন্দে আপ্লুত
ভকত বহুত কৰিলা মুকুত।
ধৰি মৎস্যকায় সত্যব্ৰত ৰায়
প্ৰলয় অপায় তাৰিলা লীলায়।
কুৰ্ম্ম কলেবৰ ধৰিলা মন্দৰ
মথিলা সাগৰ নভৈলা ভাগৰ।
বৰাহ শৰীৰে উদ্ধাৰি ভুমিৰে
হিৰণ্যাক্ষ বীৰে মাৰিলাহা চিৰে।

| | |
|---|---|
| নৰসিংহ ৰূপে | ভৈলা দিব্য ৰপু |
| বধিলাহা ৰিপু | হিৰণ্যকশিপু। |
| ভৈলা অদিতিত | বামন উদিত |
| মূৰুতি ললিত | বলিক ছলিত। |
| যামদগ্নি ৰাম | কৰি চায়ে চাম |
| ক্ষত্ৰিয়ৰ নাম | নথৈলা সংগ্ৰাম। |
| ভৈলা কৌশল্যাত | শ্ৰীৰাম জাত |
| ৰাৱন বিঘাত | কৰিলা লঙ্কাত। |
| ৰাম হলধৰ | ৰোহিণী কুমাৰ |
| মাৰিলা ইতৰ | দ্বিবিদ বানৰ। |
| বুদ্ধৰূপে ছন | কৰি বেদগণ |
| মুহিলাহামন | ত্যজিয়া সজন। |
| হুয়া কল্কি চণ্ড | যতেক পাষণ্ড |
| কৰি খণ্ড খণ্ড | বিহিলাহা দণ্ড। |
| ধৰি বাৰম্বাৰ | দশ অৱতাৰ |
| পৃথিবীৰ ভাৰ | খণ্ডিলা অপাৰ। |
| কৃষ্ণৰ কিঙ্কৰে | ৰচিলা শঙ্কৰে |
| হৰি হৰি নৰে | বোলা নিৰন্তৰে। |

## গাঁৱলীয়া গীত।

৩৮

### সীতা বাৰমাহী।

ঘোষা।

হাঁ প্ৰভু দয়াময় সংসাৰৰ সাৰ।
ৰাক্ষস কুলক প্ৰভু কৰিলা উদ্ধাৰ॥

পদ।

বৈশাখৰ মাসতে নিতে নানান্ পুষ্পময়।
ৰাম ৰাজা হবোক বুলি সৰ্ব্বলোকে কয়॥
তাহাত দাৰুণ বিধি দেবৰ লিখন।
ভৰতক ৰাজ্য দিয়া ৰাম গৈলা বন॥ ১॥
জেঠোৰে মাসতে ৰাম সীতায় সহিতে।
দেখিয়া সুবৰ্ণমৃগ পাশাক খেলিতে॥
তাহাক বধিতে গৈলা শ্ৰীৰাম লক্ষমণ।
শূন্য গৃহ পাই সীতা হৰিলা ৰাবণ॥ ২॥

আহাৰেৰ মাসতে হয় ঘন বৰিষণ।
আমাসাক চাৰি গৈলা ৰাম নাৰায়ণ ॥
পাপীষ্ঠ ৰাবন ৰাজা দুষ্ট দুৰাচাৰ।
মিঠা ফল দিয়া সীতাৰ ছাপিল ওচৰ ॥ ৩ ॥
শাওণৰ মাসতে দেৱে বৰিষে গম্ভীৰে।
কলোখ্য ( ? ) মৃগৰ ৰাৱ শুনো সুললিতে ॥
নানা পুষ্প ফুলে ফুল গন্ধে ভৈলা ভোল।
ভ্ৰমৰে নাছাৰে নিকট ফুলৰ লৈতে ঝুল ॥ ৪ ॥
ভাদৰ মাসত সীতা দেখিল স্বপন।
সমুদ্ৰ ছেড়াই আহিল পৱননন্দন ॥
পাইবোহোঁ প্ৰভুৰ বাৰ্ত্তা সকল বিবৰণ।
ৰাম ৰাম বুলি সীতা জুৰিলা ক্ৰন্দন ॥ ৫ ॥
সুবৰ্ণ মৃগক দেখি হাতে লৈয়া শৰ।
আমাক ছাড়িয়া গৈলা ৰাম গদাধৰ ॥
কোন বিধি লেখি থৈছে মোৰ নাম সীতা।
ভাবোতে চিন্তোতে মোৰ দেহ ভৈল তিতা ॥ ৬ ॥
কাৰ্ত্তিক মাসতে ভৈলা অৰুণ উদয়।
আমাক ছাড়িয়া গৈলা ৰাম দয়াময় ॥

কৰ্ম্মবন্ধে বন্দি হৈলোঁ ৰাক্ষসৰ ঘৰে।
উদ্দেশ নাপাওঁ মই কৰ্ম্মদোষ মোৰে ॥ ৭ ॥
আঘোন মাসতে শীতগুণে পৰে জাৰ।
স্বামী ভাবি স্বামীৰ চৰণ কৰো সাৰ ॥
স্বামী বিনে গতি নাই ভৱ তৰিবাৰ।
ৰাম বিনে স্বামী নাই সুন্দৰী সীতাৰ ॥ ৮ ॥
পুহৰ মাসতে জাৰগুণে পৰে শীত।
তথাপি নখণ্ডে সীতাৰ মনৰ বাঞ্ছিত ॥
পেঙ্গুৰা বৰণ সীতা অঙ্গত মাখিয়া।
যমুনাক যায় সীতা কান্দিয়া কান্দিয়া ॥ ॥
মাঘৰ মাসত জাৰ অতি বিপৰীত।
ভালুক বান্দৰগণ ভৈলা সচকিত ॥
মন্দোদৰী কয় ৰজা ঘটালি প্ৰমাদ।
আপুনি মজালি প্ৰভু! লঙ্কা হেন ৰাজ ॥ ১০ ॥
ফাগুণ মাসতে উঠে অৰুণ আকাশে।
সমুদ্ৰ বান্ধিয়া ৰামে বধিলা ৰাক্ষসে ॥
পহিলা ৰণত পৰিলেক ইন্দ্ৰজিত।
তথাপি নখণ্ডে সীতাৰ মনৰ বাঞ্চিত ॥ ১১ ॥

চৈত্র মাসে মঙ্গলাপূজাৰ অৱসানে।
সমুদ্র বান্ধিয়া ৰামে বধিলা ৰাবণে ॥
বিভিষণে দিলেক সোণাৰ লঙ্কাপুৰী।
দাসী কৰি দিলা ৰামে ৰাণী মন্দোদৰী ॥ ১২ ॥

---

৩৯

ৰাম বাৰ-মাহী।

ঘোষা।

হা প্রভু! ৰঘুনাথ সংসাৰৰ সাৰ।
ৰাক্ষস কুলক প্রভু! কৰিলা উদ্ধাৰ ॥

পদ।

আঘোন মাসতে ৰামে মনে কৈল চিন্তা।
কি মতে বঞ্চিবো আমি সঙ্গে লৈয়া সীতা ॥
কান্দে দশৰথ ৰাজা আৰ্ত্তনাদ হুয়া।
কৌশল্যা স্থমিত্রা কান্দে পুত্রক লাগিয়া ॥ ১ ॥

পুহৰ মাসতে ৰামে মনে কৈল সাৰ।
অযোধ্যাৰ নৰ আসে ৰামে দেখিবাৰ ॥
লক্ষ্মণক লৈয়া ৰাম সঙ্গত কৰিয়া।
ভৰতক ৰাজ্য ভাৰ দিলেক্ত সপিয়া ॥ ২ ॥
মাঘৰ মাসতে ৰাম দিগম্বৰ বাস।
শীতল কদম্বতলে খাটিলে প্ৰবাস ॥
লক্ষ্মণ উঠিয়া বনে ৰামক বুজায়।
বিধিৰ লিখন দাদা খণ্ডন না যায় ॥ ৩ ॥
ফাগুন মাসত ৰামৰ পেটে লাগে ভোক।
শৰধনু ভূমিত থৈ চৰিলা বৃক্ষত ॥
লাফে উঠে লাফে নামে পাৰে বৃক্ষৰ ফল।
কুৰাইয়া লয় লক্ষ্মণ যত গাৱৰ বল ॥
পূৰ্ব্বকালৰ কথা ৰাম স্মৰণ কৰিল।
যতে ৰাম ততে অযোধ্যা সেই কথা হৈল ॥
কত কত মুনিগণ যাই সেই ঠাই।
ৰামক ভকতি কৰি কতেক বুজাই ॥ ৪ ॥
চৈত্ৰ মাসে ৰাম প্ৰভু ৰবিৰ প্ৰতাপ।
সীতায় বোলন্ত প্ৰভু লাগিল পিয়াস ॥

ওপৰে ৰবিৰ তাপ তলে তপত বালু।
নাপাৰে হাঠিতে সীতা সুকোমল তনু ॥
সীতাৰ কান্দন দেখি ৰামৰ লাগে দয়া।
বৃক্ষডাল ভাঙ্গি ৰাম ধৰিলন্ত ছাঁয়া ॥
ৰামে ভাঙ্গে বৃক্ষডাল লক্ষ্মণ ধৰে শিৰে।
তাৰ ছাঁয়াত সীতা দেবি চলে ধীৰে ধীৰে ॥
ৰাম যাই আগে আগে লক্ষ্মণ যাই পাছে।
জলখাবা সীতা আগে সৰোবৰ আছে ॥৫॥
বৈশাখৰ মাসতে ৰাম যজ্ঞ আৰম্ভিল।
লাখে লাখে মুনিগণ তথাতে আসিল ॥
মুনিগণে আসিয়া যে বুলিলন্ত বাণী ঃ
লাখে লাখে কাষ্ঠ খৰি আনিয়ো গোসানী ॥
আকাশ পাতাল লৰে অগণিৰ ধ্বনি।
চাৰি দিশে মুনিগণ কৰে বেদ ধ্বনি ॥
যজ্ঞ কৰি ৰাম প্ৰভু তুষ্ট ভৈলা মন।
মুনিক দক্ষিণা দিলা যত গাভীগণ ॥৬॥
জেঠৰ মাসতে ৰাম নাই ঘৰ বাৰী।
দণ্ডকা বনত আছে সঙ্গে এক নাৰী ॥

সঙ্গে এক নাৰী আৰ ভাই দুই নৰ।
পৰম আনন্দে থাকে অৰণ্য ভিতৰ ॥ ৭ ॥
আহাৰ মাসে ৰাম প্ৰভু মনতে ভাবিল।
অযোধ্যা পুৰীৰ লোক আঁসিয়া ঠেকিল ॥
অযোধ্যা পুৰীৰ লোক কৰে হাহাঁকাৰ।
তোমা অবিহনে আমাৰ দিনতে আন্ধাৰ ॥
অযোধ্যা পুৰীৰ লোকে কৰে নানা স্তুতি।
জনমে জনমে হৌক তোমাত ভকতি ॥ ৮ ॥
শাওণৰ মাসতে ইন্দ্ৰে বৰষয় ধাৰে।
মাথাই হাত দিয়া ভাবে অৰণ্য ভিতৰে ॥
পিতৃবাক্য পালি আইনু ভাই দুইজন।
নিদাৰুণ মাতৃ বনে দিলা কি কাৰণ ॥ ৯ ॥
ভাদৰ মাসত বৰ বিপাক মিলিল।
সুবৰ্ণৰ মৃগ এক আসি দেখা দিল ॥
মহাভয়ে মায়া মৃগ মাথা তুলি চাই।
ক্ষণেক থমকি মূলে দূৰত পলাই ॥ ১০ ॥
আহিণ মাসত ধৰি বচন সীতাৰ।
ধনুধৰি যাই ৰাম মৃগ মাৰিবাৰ ॥

লৰৰি পশিল মৃগ অতি ঘন বন।

ৰামৰ সদৃশ মৃগে চেঞ্চাই ঘনে ঘন ॥ ১১ ॥

কাতিৰ মাসতে ৰামে লক্ষ্মণক কৈলা।

ৰাক্ষসে বধিলে মোক তুমি কত গৈলা ॥

সীতা বোলে শুন লক্ষ্মণ আমাৰ বচন।

অকল সৰে গৈয়া প্ৰভু হাৰাইলা জীবন ॥

লক্ষ্মণ বোলে জগতত আছে কোন বীৰ।

আমাৰ দাদাৰ স্পৰ্শ কৰিবে শৰীৰ ॥

সীতা বোলে তোৰ বাপু আশয় নোহে ভাল।

মুখত অমিয়া পেট ভৰা হলাহল ॥

আগে গৈলা ৰামচন্দ্ৰ পাচত লক্ষ্মণ।

কাতি শুক্ল পক্ষে সীতা হৰিলা ৰাবণ ॥

বাৰ মাসত তেৰ চাঁদ মাহে মাহে তিথি।

ইটো গীতৰ নাম হৈছে ৰাম ৰাৰ মাহী ॥ ১২ ॥

---

## শান্তি বাৰমাহী।

৪।

ঘোষা।

কি ৰাধে কান্দে হৰি ॥

পদ।

আঘোণ মাহতে শান্তি দ্বিতায়াৰ জোন।
যোড়শ বছৰে শান্তি লভিলা যৌৱন ॥
সতৰ বছৰে শান্তি বয়স দিলা ভাটি।
বুঢ়া হৈলা বৃদ্ধা হৈলা হাতে দিলা লাঠী ॥ ১ ॥
পুহৰ মাহতে শান্তি আতি পৰ কুৱা।
প্ৰাণনাথে জীৱনাথে খেলে পাশা জুৱা ॥
পাশাখেলে জুৱা খেলে পাশাত নেদে গল।
কৈক এৰি গৈলা প্ৰভু বিনন্দ গোপাল ॥ ২ ॥
মাঘৰে মাহত শান্তি ধৰমৰ তিথি।
চিনানকে গৈলা শান্তি ভাগিনা সহিতি ॥
আগ হাতে জল ফুল অগুৰু চন্দন।
জলত মুমিয়া শান্তি জুৰিলা ক্ৰন্দন ॥ ৩ ॥

ফাগুনৰ মাহোতে শান্তি দেউলৰে যাতৰা।
তাৰ উপৰে তুলি থৈছি ইমঠ মগৰা॥
মগৰথৈছি হৰি থৈছি টানিছে মহৰা।
তাৰ তলে বহি আছে দেৱ শ্রীহৰি॥ ৪॥
চৈতৰে মাহত শান্তি পকি সৰে বেল।
সেই বেলক লই সাউদে বনিজকে গেল॥
বনিজক যাই সাউদে কিবা পাইলে নিধি।
পকা দালিমৰে ফল খাইতে নেদে বিধি॥ ৫॥
বৈশাখ মাসতে শান্তি দেউতাৰে গির্জ্জনি।
সেই গির্জ্জন শুনিয়া মৰিছে দেৱজানি॥
সিও মৰছে উজান ধৰি বছৰে একবাৰ।
মই অভাগিনী নাৰী সেই পটন্তৰ॥ ৬॥
জেঠোৰে মাহতে শান্তি জেউঠা বৰি খৰ।
বনৰে হৰিণা পছু সিও চাপে ঘৰ॥
যাকে বোলোঁ আপোন আপোন সিজনো হয় পৰ।
মই অভাগিণী নাৰী সেই পটন্তৰ॥ ৭॥
আহাৰ মাহতে শান্তি অতি বৰিষণ।
সোনাৰ পালঙ্গে শান্তি কৰিলা শয়ন॥

সোনাৰ পালঙ্গে শান্তি নাহিলা ঘুমটি।
উঠোঁতে বহোতে শান্তি পোহাইলা ৰাতি॥
আকাশত চন্দ্ৰ নাই নিজিলিকে তৰা।
যিবা নাৰীৰ পুৰুষ নাই জীয়ন্তে মৰা॥ ৮॥
শাওণ মাহতে শান্তি ক্ৰুৱানৰে দিন।
মাই বাপেৰ ঘৰত শান্তি কৰা কত দিন॥
মাই বাপেৰ ঘৰত শান্তি নুযুৱাই গাৱ।
স্বামী হেন দেখি শান্তি পখালিবে পাৱ॥ ৯॥
ভাদৰ মাহতে শান্তি ভইদা বৰি খৰ।
নদী শুখাল নালা শুখাল পৰিল বালি চৰ॥
কোৱা ৰাৱে কুলি ৰাৱে ৰাৱে ৰাজ হাঁহ।
হেলাই গোৱালোঁ শান্তি এইবাৰ ছয়মাহ॥ ১০॥
আহিন মাহতে শান্তি দেবী পূজা খাই।
হাহঁ পাৰ খাই দেবী বাপৰ ঘৰে যাই॥
হাঁহ দিলাক পাৰ দিলাক ছাগল জাকে জাক।
যৈতে আছাঁ দয়াল প্ৰভু! তৈতে ভালে থাক॥১১॥
কাতিৰে মাহতে শান্তি কাতিয়ান ধানৰ থোৰ।
বাৰ মাহৰ বাৰ গীত গাইতে নেপাই ওৰ॥

বাৰ মাহৰ বাৰ গীত গাওৱে বনিয়া ।
ই গীতক বৰ্নাইছে কুনি ফুলৱন্তী কন্যা ॥
ফুলৱন্তী কন্যা ন হয় জগতৰে বাপ ।
গাওঁতাৰ মুকুতি হৰে শুনাৰ খণ্ডে পাপ ॥ ১২ ॥

---

## নাম ঘোষা ।

৪১

মুক্তিত নিস্পৃহ যিটো সেই ভকতক নমো
ৰসময়ী মাগোহোঁ ভকতি ।
সমস্ত মস্তক মণি নিজ ভকতৰ বশ্য
ভজো হেন দেৱ যদুপতি ।
মৎস্য কুৰ্ম্ম নৰসিংহ বামন পৰশুৰাম
হলিৰাম বাৰাহ শ্ৰীৰাম ।
বুদ্ধ কল্কি নামে দশ আকৃতি ধৰিছাঁ কৃষ্ণ
তযুপাৱে কৰোহোঁ প্ৰণাম ।
একান্ত ভকত সবে নিৰ্গুণ কৃষ্ণৰগুণ,
গাৱে সদা বসিয়া যথাত ।

বৈকুণ্ঠকো পৰিহৰি　　যোগীৰো হৃদয় এৰি
থাকা হৰি সাক্ষাতে তথাত।
অব্যক্ত ঈশ্বৰ হৰি　　কিমতে পূজিব তাঙ্ক,
ব্যাপকত কিবা বিসৰ্জ্জন।
এতাবন্ত মূৰ্ত্তি শূন্য　　কেন মতে চিন্তিবাহা,
ৰাম বুলি শুদ্ধ কৰা মন।
কৰ্ম্মত বিশ্বাস যাৰ　　হিয়াত থাকন্ত হৰি,
অতিশয় দূৰ হোন্ত তাৰ।
দূৰতো বিদূৰ হোন্ত　　অহঙ্কাৰ থাকন্তেও
( সাক্ষাতে কৃষ্ণক পাৰে ) শ্ৰবণ কীৰ্ত্তন ধৰ্ম্ম যাৰ॥

---

৪২

কৃষ্ণ হৰি ৰাম হৰি ৰাম ৰাম ৰাম।
অনন্ত অচ্যুত সনাতন নাৰাযণ প্ৰাণ॥
গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ
গোবিন্দ ৰাম মূৰাৰি।
অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধিকাৰী॥

গোবিন্দ ৰাম মুৰাৰি মুকুন্দ ৰাম মুৰাৰি।
ভকতি ৰোচন দুখবিমোচন ভকতৰ ভয়হাৰী ॥
পৰম পুৰুষ পৰম আনন্দ পৰম গুৰু মুৰাৰি।
অনাদি অনন্ত অচ্যুত গোবিন্দ ভকতৰ ভয়হাৰী ॥

---

কীর্ত্তন।

৪৩

ধুৱা।

ত্রাহি দেৱ দামোদৰ যাদবানন্দ দীন দয়াশীল হৰি।
কৰাহা নিস্তাৰ তোমাৰ চৰণে শৰণ পশিলোঁ আমি ॥

পদ।

কৃষ্ণৰ বিক্রম দেখি ঋক্ষৰাজ
পৰম বিস্ময় মনে।
স্বামী হেন জানি বুলিবে লাগিলা
প্রণমি কৃষ্ণ চৰণে ॥

জানিলোঁ তোমাক জগত ঈশ্বৰ

তুমি সনাতন হৰি।

সমস্ত ভূতৰ তুমি প্ৰাণ বল

জগতকে আছাঁ ধৰি ॥

স্ৰষ্টাৰো স্ৰষ্টা তুমি সৰ্ব্বদ্ৰষ্টা

উদ্ধাৰি ধৰিলা ভূমি।

জীবৰো নিযন্তা পৰম আতমা

মৃত্যুৰো অন্তক তুমি ॥

জানিলো তোমাক সেহি ৰঘুনাথ

যিটো ইষ্টদেব মোৰ।

সীতাৰ সন্তাপে জগতৰ বাপে,

কৰিলা পয়ান ঘোৰ ॥

যাৰ মহা ক্ৰোধে কটাক্ষতে গ্ৰাহে

সাগৰ কল্লোল কৰে।

লঙ্কাক লাগিয়া মাজে বাট দিলা

ডৰিয়া আতি সাগৰে ॥

জানকীৰ হেতু বান্ধিলাহা সেতু

দহিলা লঙ্কা নগৰী।

বাৱনৰ মাথ কাটিলাহা নাথ

আনিলা সীতা উদ্ধাৰি ॥

আগে নিচিনিলোঁ আবেসে জানিলোঁ

ভেন্তে তুমি শ্ৰীৰাম ।

অজ্ঞানাক মোক প্ৰভু ক্ষেমিয়োক

চৰণে কৰোঁ প্ৰণাম ॥

এতেক বুলিযা নমি জাম্বৱন্ত

আছে কৃতাঞ্জলি কৰি ।

শুনা সৰ্ব্বজন নেৰিবা কীৰ্ত্তন

ডাকি বোলা হৰি হৰি ॥

---

আইনাম ।

৪৪

আসন পাৰি দিযা বহক মহামাযা

থাকক গোপীৰ কথা শুনি ।

সকলো গোপীযে একান্ত চিত্তেৰে

বোলা দুৰ্গতি নাশিনী ॥

আইৰে চেনেহৰ মৰা চৰাই হালি,
দৌলৰ চৌপাশে চৰে।
হস্তীৰ গমনে আই নামি আহে
নগৰ ফুৰিবৰে মনে ॥
পাত্ৰৰ ঠাকুৰ আছে হালি জালি
গোসাঁনী কৈলাসে যায়।
এই নো জহেকালি শীতলা গোসাঁনী
বই-চাই আনিলে বাই ॥
লগত লৈ আহিছে জাতি চন্দন
সবাকে যাব পিন্ধাই।
অগুৰু চন্দনৰ এছাটি মাৰিব
লৈ যাব শৰীৰ জুৰাই ॥
এই নো জহে-কালি তলে বোকা বালি
কি কই পাৰহল্য গই।
সোণৰ নাও খনি ৰূপৰ বঠা খনি
বইচাই আনিলে বাই ॥
উজাই আহিছে আইৰ সাত ভনী
বালিত সাজিছে ৰভা।

ৰাইজো নলৰে দুৰ্গাক শাঁত নকৰে

মহাদেউৰ আগতে কোৱাঁ ॥

আই আহিবৰ হল বহুদিন

মহাদেউ পঠাইছে খেদা।

যোৱানে নেযোৱা মা ভগৱতি

কৈলাস হইছে সুদা ॥

---

৪৫

আসনত বহি আইয়ে মেলি দিছে ভৰি।

চৰণত পৰি কান্দো বাগাৰ বাগৰি ॥

আসনতে বহি আইয়ে ফুলৰ ললে লেখা।

গোপিনীয়ে স্তুতি কৰে আয়ে দিছে দেখা ॥

আসনতে বহি আইয়ে চৌপাশে চায়।

অসুৰৰ সেনা সকল বিভঙ্গে পলায় ॥

আসনৰ চৌপাশে ঘটৰ শাৰী শাৰী।

ঘট ডুবাই ৰস ঢালে কৈলাস-ঈশ্বৰা ॥

আসনৰ চৌপাশে চপা নাগেশ্বৰ।

মলমলি বাস আহে গোসাঁনী সবৰ ॥

আসনৰ চৌপাশে ফুলিছে টগৰ।
পূজা নিদি আই মাতৃক লগাইছে জগৰ॥
শীতলাৰ ঘৰখনি বকুলৰ জালী।
কিবা পূজা দিব লাগে নেজানিলোঁ আমি॥
শীতলা মাতৃক আমি অতি কাতৰ কৰোঁ।
অনুগ্ৰহ কৰা মাতৃ চৰণত ধৰোঁ॥
শীতলা শীতলা বুলি চৰণে পশিলোঁ।
বিস্ফোটক ভয় হন্তে ইবাৰ ৰাখিও॥
স্তুতি নতি ভগৱতি নেপাওঁ সেৱাৰ ভাও;
আপুনি সন্তোষ হোৱাঁ জগতৰে মাও॥

---

৪৬

আইৰ পাৱ মছা কপাহি গামছা,
আইৰ কলি কটা পিৰা।
বৰ আইক পাচিছে সৰু আই আহিছে
ফুলবাৰীৰ দেওঘৰৰ পৰা॥

পিছলাৰ পানী তোলাগৈ ভবানী,
তামৰ কলসী লই।
ছঅঁৰা ব্ৰাহ্মণে চণ্ডীপাঠ কৰিছে
ভবানীক আসনত থৈ॥
পিছলাৰ ঘাটে আয়ে স্নাণ কৰে,
লাহৰ ছুলি টাৰ মেলি।
যাউতী যুগীয়া আইৰ শৰণীয়া
পৰলৈ নিদিবা মেলি॥
দুখীয়াৰ ঘৰলৈ আইলোক আহিছে
দিবলৈ নাইকিয়া একো।
মুৰৰ কেশ চিঙ্গি পাও মলাচমে
দেহৰ পাৰি দিমে সাকোঁ॥
উভলা গছক আয়ে ৰুই গৈছে
আইৰমান ধৰমী নাই।
কি চৰাই নাচিছে আয়ে ফুল বাচিছে
দুখীয়াৰ ঘৰ সোমাই॥
চোতালৰ দূবৰি মই তোলোঁ চাপৰি,
আই আহিবৰ শুনি।

অলপ মতিয়া　　আই কুমলীয়া
চোৰঁৰো আনিছে ঢুলি ॥
উভলা আহতক　　আয়ে কুই গলে
আইৰমান ধৰমী নাই।
দুখীয়াৰ পুতলা　　আইয়ে তুলি দিলে
আইৰমান ধৰমী নায় ॥
আইৰ নাম শীতলা　　দুখীয়াৰ পুতলা
দিযোৰাঁ বুকু জুৰাই।
বিধতাই স্রজিলে　　মাৰে জন্মালে
আয়ে পাগত তুলি যায় ॥
সতৰাই তুলিবা　　আই ভগৱতী
জীৱই বৰ দুখ পাই।
বৰ নৈৰ মুখতে　　নাও ভৰা দিছে
টুনি নৈৰ মুখলৈ চাই ॥
বাটত লগেপাই　　গণকে সুধিলে
কি ফুল বাচিলা আই।
বাচোঁ সৰুমুগি　　বাচোঁ বৰ মুগী
মানুহে চিনি নেপাই ॥

আইৰ ফুল বাৰীত কোন নো সোমালে
নিচিঙ্গি চিঙ্গিলে কলি।
এইবাৰৰ দোষ ক্ষমা ভগৱতি
মাতো চৰণত ধৰি ॥
উজাই আহিলে আইৰে সাতেভনী
বালিত পুতিলে খুটি।
ভটিয়াই যোৱাগৈ আইৰে সাতেভনী
গোপিনী কৰিছে স্তুতি ॥
উজাই আহিছে আইৰে সাতেভনী
বালিত কৰিছে বাসা।
প্ৰাণীৰ বিকল দেখি আই ভগৱতী
আপনি লগাইছে ঘোৰা ॥
উজাই আহিলে আইৰে সাতেভনী
নাৱত গুটি ফুলৰ তোৰা।
গুটিকৈ আনিছে মুঠিকৈ বিলাইছে
অচিনকৈ মনুষ্যৰ পৰা ॥
দৌলত সোমাই সোধে মহাদেউ
পাৰ্ব্বতী গহ্বৰত নাই।

তুমিকি নেজানা          জটায়া মহাদেৱ
আয়ে ফুৰে পূজা খায় ॥
দৌলতে উঠি          চাই মহাদেৱে
বেলত পৰি আছে চুঁয়া।
দুৰ্গা আই ভদ্ৰা আই     দুযো আইকে পাঁচি
প্ৰাণীক কৰি আহা দয়া ॥
বাটত লগে পাই          মহাদেৱ সুধিছে
আইৰ ভোজন কিহে হয়।
মোৱামাছ পকনি          খৰিচা শুকনি
আইৰ ভোজন এয়ে হয় ॥
মোৰ আই কমলফুল      কি দিলে হব জুৰ
আয়ে জুৰ নকৰে মানে।
মানুহৰ পোৱালী          তুলিব নোৱাৰি
আয়ে নোতোলে মানে ॥

---

৪৭

এ ঠাকুৰাণী আই তোমাৰ নীলাচলে ৰতি।
দুখানি চৰণত প্ৰাৰ্থনা কৰিছোঁ ৰক্ষা কৰা ভগৱতী ॥
এ ঠাকুৰাণি আই ৰাতিকে কৰালা দিন।
এক হাতে লৈলা কৈলাশৰ টোকাৰি আন হাতে
লৈলা বীণ ॥
এ ঠাকুৰাণি আই আকাশে বুলিলে ৰই।
যিঠাইতে সিঠাইতে তোৰ প্ৰাণ বৈৰী নাৰায়ণ জন্মিছে গই ॥

* * * *

বৰআই কেতেকী এ সৰুআই কলৈ গল।
ভয় নকৰিবা ভয়াতুৰ নহবা বসন বিলাবলৈ গল ॥
মূৰত ফুলাৰ চৰু লই ভৱানী আছেহি ৰই।
আহিছে ভৱানী জগতৰ জননী সংসাৰ তাৰিবলৈ ॥

* * * *

এ ঠাকুৰাণী আই কেন্দুকে চাপৰি বাই।
ৰুদ্ৰাক্ষৰ জলাই ৰজাই জুমি আছে মাতৃৰ ৰঙ্গকে চাই ॥

*  *  *  *

আই মাতৃ ভগবতী এই নামে সন্তোষ হবা।

*  *  *  *

কিদিয়া পূজকৰোঁ আই তোঁহাৰি।
তোমাক পূজিবৰ বস্তু নেপাওঁ বিচাৰি ॥
পুষ্প দি পূজিলোঁ হেঁতেন ভ্ৰমৰে চুম্বিলে।
দুগ্ধ দি পূজিলোঁ হেতেন দামুৰিয়ে পিলে ॥
ধন দি পূজিলোঁ হেতেন আপোনাৰে আছে।
জল দি পূজিলোঁ হেতেন বিতালিলে মাছে ॥
অন্ন দি পূজিলোঁ হেঁতেন গৰুৰে খছিলে।
বস্ত্ৰ দি পূজিলোঁ হেতেন মাৰেৰে সিজালে ॥
মন দি পূজিলো হেতেন মনৰ নাই থিত।
চিত্ত দি পূজিলেঁ হেঁতেন পাপে জৰ্জ্জৰিত ॥
যেই বস্তু দিও মাতৃ সেই বস্তু চুৰা।
নামেৰে পূজিম মাতৃ গধূলিয়ে পুৱা ॥
হাসিয়া বোলন্ত আই বচন মধুৰ।
সভা বিসৰ্জ্জিয়া গোপী চলিও সত্বৰ ॥

*  *  *  *

বিলাই দিয়া নিৰমালি মাথা ভৰি লওঁ।
বিদায় দিয়া আই মাতৃ সেৱা কৰি যাওঁ ॥

## দ্ৰৌপদী বিলাপ।

৪৮

লেচাৰী।

দ্ৰুপদনন্দিনী মনে গুণি
স্বামী সকলৰ বাক্য শুনি
ৰাজহংস গতি চলি যান্ত ধীৰে ধীৰে।
যথাত আছন্ত দেৱ হৰি,
নৃপতি সকলে মধ্য কৰি,
তথাতে চলন্ত তিতি নয়নৰ নীৰে ॥
নেতৰ বসন পৰিধান
মাথাত মালতী কৰে ঘ্ৰাণ
প্ৰবাসৰ কষ্টে তনু ভৈলা অতি ক্ষীণ।
বিলাই বিপত্তি মনে স্মৰে
শোকে নয়নৰ নীৰ জৰে
পূৰ্ণচন্দ্ৰ যেন কলঙ্কে ভৈলা মলিন ॥

মাধৱৰ গৈয়া সমীপত
দ্রুপদনন্দিনা উপগত
মাথে বস্ত্র দিয়া বচন-বুলিলা শোকে।
দেখা দেখা মোক দামোদৰ
অনাথিনী নাই মোত পৰ
দেখিলে বিপত্তি কুৰু সমাজৰ লোকে॥
চুলি ধৰি দুঃশাসন বাঘে
ধৃতৰাষ্ট্র শ্বশুৰৰ আগে
হসাইলেক মোক অনাথিনা পৰবাস্থ।
পঞ্চপতি মোৰ সেই থানে
বিলাই বিপত্তি ভৈল মানে
আগতে আছিলা গান্ধাৰী জ্যেষ্ঠা শাশু॥
পঞ্চপতি সমে পাশাজিনি
দাসী কৰিলেক দুৰ্য্যোধনি
লাজ কৰিলেক ভীষ্ম শ্বশুৰৰ আগে।
সিবেলাত মোৰ নাহি আন
তোমাৰ চৰণ কৰি ধ্যান
নাৰায়ণ নাম সুমৰিলোঁ অনুৰাগে॥

তেবে সমস্তৰ দিলে বৰ
পঞ্চপাণ্ডৱৰ ধনুশৰ
উদ্ধাৰ কৰিলোঁ পাঞ্চপতি সমে মাগি।
কৌৰবে আলচি কৰি সাস
পঞ্চপাণ্ডৱৰ বনবাস
ঢঙ্কাই খেদিলা ঘোৰ অৰণ্যক লাগি॥
সিটো কৌৰবৰ অপমানে
বিলাই বিপত্তি ভৈল মানে
ভীমৰ বচনে আনক দিলা বঢ়াই।
ধৰ্ম্মনৃপতিৰ অভিপ্ৰায়
তুমি যাইবা কৌৰবৰ ঠাই
সাম্যতা বচন বুলিবা গৈয়া বুজাই॥
ইবেলি কৌৰৱে আন এৰি
আমাক মাৰিবে জুইত পুৰি
তেবে পৰাক্ৰম ভীমৰ সিজে বঢ়াই।
তুমি বিনে ইটো দুখ ত্ৰান
কৰন্তা নাহিকে মোৰ আন
ভীম অৰ্জ্জুনৰ বীৰত্ব ভৈলেক ছাই॥

ধিক্কাৰ ভীমৰ বাহুবল
ধিক অৰ্জুনৰ ধনুশৰ
ক্ষত্ৰিয় জাতিৰ হেন শোকাতুৰ তনু।
অসমৰ্থ ভৈলে দোষ নাই,
নপুংসক ভৈলা পাঞ্চ ভাই,
লোৱা দামোদৰ গাসম্বাৰ পাঞ্চধনু॥
দ্ৰুপদ ৰজাৰ বিদ্যমানে
যজ্ঞবেদী আতি শুদ্ধ থানে
জনম লভিলো দ্ৰুপদে তুলিলে মোক।
ধৃষ্টদ্যুম্ন আদি মোৰ ভাই
পিতা দ্ৰুপদেও বৰ চাই
সজ সিদ্ধকুলে বিবাহ দিলন্ত মোক॥
যাৰ সুকোমল বাক্য সাধু
পাণ্ডু নৃপতিৰ কুলবধূ
প্ৰিয় ভাৰ্য্যা ভৈলোঁ পাঞ্চ ভাই পাণ্ডৱৰ।
তুমি যাৰ সখী গদাপাণি
আমি অসমৰ্থ কোন মানি
শুনি চোৱা দুখ কিয়নো শুছে মোৰ॥

কবিবৰ ৰামস্বৰস্বতী।

## সংস্কৃত গীত।

৪৭

দেশবৰ'ৰীৰাগ দ্রুততেতালাভ্যাং গীয়তে।

প্রভুমীশমনীশমশেষগুণং
গুণহীনমহীশগৰলাভৰণং।
ৰণনির্জ্জিতদুর্জ্জয়দৈত্যপুৰং
প্রণমামি শিবং শিবকল্পতৰুং॥

গিৰিৰাজসুতান্বিতবামতনুং
তনুনিন্দিতৰাজিতকোটিবিধুং।
বিধিবিষ্ণুশিবস্তুতপাদযুগং
প্রণমামি শিবং শিবকল্পতৰুং॥

শশলাঞ্ছিতৰঞ্জিতসম্মুকুটং
কটিলম্বিতসুন্দৰকৃত্তিপটং।
সুৰ শৈবলিনীকৃতজুটপটং
প্রণমামি শিবং শিবকল্পতৰুং॥

নয়নত্রয়-ভূষিতচাৰুমুখং
মুখপদ্মবিৰাজিতকোটিবিধুং।
বিধু-খণ্ড-বিমণ্ডিতভালতটং
প্ৰণমামি শিবং শিবকল্পতৰুং॥

বৃষৰাজনিকেতনমাদিগুৰুং
গৰলাশনমাজিবিষাণধৰং।
প্ৰমথাধিপসেবকৰঞ্জনকং
প্ৰণমামি শিবং শিবকল্পতৰুং॥

মকৰধ্বজমত্তমাতঙ্গহৰং
কৰিচৰ্ম্মসনাগবিবোধকৰং।
বৰদাভয়শূলবিষাণধৰং
প্ৰণমামি শিবং শিবকল্পতৰুং॥

জগদুদ্ভবপালননাশকৰং
কৰুণৈব পুনস্ত্ৰয়ৰূপধৰং।
প্ৰিয়মানবসাধুজনৈকগতিং
প্ৰণমামি শিবং শিবকল্পতৰুং॥

ন দেয়ং পুষ্পং সদা পাপচিত্তৈঃ
পুনর্জন্মদুঃখাৎ পরিত্রাহি শম্ভো !
ভজতোঽখিলদুঃখসমূহহরং
প্রণমামি শিবং শিবকল্পতরুং ॥

---

৫০

ইমনবিভাসরাগেন কাওয়ালীতালাভ্যাং গীয়তে।

ভজ গোবিন্দং স্মর গোবিন্দং
গোবিন্দং ভজ মূঢ়মতে ॥ ধ্রুবম্ ॥

মূঢ় ! জহীহি ধনাগমতৃষ্ণাম্
কুরু তনুবুদ্ধে মনসি বিতৃষ্ণাম্।
যল্লভসে নিজকর্ম্মোপাত্তম্
বিত্তং তেন বিনোদয় চিত্তম্ ॥ ১ ॥

অর্থমনর্থং ভাবয় নিত্যম্
নাস্তি ততঃ সুখলেশঃ সত্যম্।
পুত্রাদপি ধনভাজাং ভীতিঃ
সর্ব্বত্রৈষা কথিতা নীতিঃ ॥ ২ ॥

কা তব কান্তা কস্তে পুত্রঃ
সংসাৰোঽয়মতীব বিচিত্রঃ।
কস্য ত্বং বা কুত আয়াতঃ
তত্ত্বং চিন্তয় তদিদং ভ্রাতঃ ॥ ৩ ॥

মা কুরু ধনজনযৌবনগর্ব্বম্
হৰতি নিমেষাৎ কালঃ সর্ব্বম্।
মায়াময়মিদমখিলং হিত্বা
ব্রহ্মপদং প্রবিশাশু বিদিত্বা ॥ ৪ ॥

নলিনীদলগতজলমতিতৰলম্
তদ্বজ্জীবনমতিশয়চপলম্।
বিদ্ধি ব্যাধিব্যালগ্রস্তম্
লোকং শোকহতং চ সমস্তম্ ॥ ৫ ॥

তত্ত্বং চিন্তয় সততং চিত্তে
পৰিহৰ চিন্তাং নশ্বৰবিত্তে।
ক্ষণমিহ সজ্জনসঙ্গতিৰেকা
ভবতি ভবার্ণবতৰণে নৌকা ॥ ৬ ॥

অষ্টকুলাচলসপ্তসমুদ্রাঃ
ব্রহ্মপুরন্দরদিনকররুদ্রাঃ।
ন ত্বং নাহং নায়ং লোকঃ
তদপি কিমর্থং ক্রিয়তে শোকঃ ॥ ৭ ॥

যাবদ্ বিত্তোপার্জ্জনশক্তঃ
তাবন্নিজপরিবারো রক্তঃ।
তদনু চ জরয়া জর্জ্জরদেহে
বার্ত্তাং কোঽপি ন পৃচ্ছতি গেহে ॥ ৮ ॥

কামং ক্রোধং লোভং মোহম্
ত্যক্ত্বাত্মানং পশ্য হি কোঽহম্।
আত্মজ্ঞানবিহীনা মূঢ়াঃ
তে পচ্যন্তে নরকনিগূঢ়াঃ ॥ ৯ ॥

সুরমন্দিরতরুমূলনিবাসঃ
শয্যা ভূতলমজিনং বাসঃ।
সর্ব্বপরিগ্রহভোগত্যাগঃ
কস্য সুখং ন করোতি বিরাগঃ ॥ ১০ ॥

বালস্তাবৎ ক্রীড়াসক্তঃ
তৰুণস্তাবৎ তৰুণীৰক্তঃ।
বৃদ্ধস্তাবৎ চিন্তামগ্নঃ
পৰমে ব্ৰহ্মণি কোঽপি ন লগ্নঃ ॥ ১১ ॥

শত্ৰৌ মিত্ৰে পুত্ৰে বন্ধৌ
মা কুৰু যত্নং সমৰে সন্ধৌ।
ভব সমচিত্তঃ সৰ্ব্বত্ৰ ত্বম্
বাঞ্ছস্যচিৰাদ্ যদি বিষ্ণুত্বম্ ॥ ১২ ॥

যাবজ্জননং তাবন্মৰণম্
তাবজ্জননীজঠৰে শয়নম্।
ইতি সংসাৰে স্ফুটতৰদোষঃ
কথমিহ মানব! তব সন্তোষঃ ॥ ১৩ ॥

দিনযামিন্যৌ সায়ং প্ৰাতঃ
শিশিৰবসন্তৌ পুনৰাযাতঃ।
কালঃ ক্ৰীড়তি গচ্ছত্যায়ুঃ
তদপি ন মুঞ্চত্যাশাবায়ুঃ ॥ ১৪ ॥

অঙ্গং গলিতং পলিতং মুণ্ডম্
দন্তবিহীনং জাতং তুণ্ডম্।
করধৃতকম্পিতশোভিতদণ্ডম্
তদপি ন মুঞ্চত্যাশাভাণ্ডম্ ॥ ১৫ ॥

ত্বয়ি ময়ি চান্যত্রৈকো বিষ্ণুঃ
ব্যর্থং কুপ্যসি ময্যসহিষ্ণুঃ।
সর্ব্বং পশ্যাত্মন্যাত্মানম্
সর্ব্বত্রোৎসৃজ ভেদজ্ঞানম্ ॥ ১৬ ॥

---

৫১

গুর্জ্জরী-রাগৈকতালীতালাভ্যাং গীয়তে।

ধীরসমীরে যমুনাতীরে বসতি বনে বনমালী ॥ ধ্রু ॥

রতিসুখসারে গতমভিসারে মদনমনোহরবেশং।
নকুরু নিতম্বিনি ! গমনবিলম্বনমনুসর তং হৃদয়েশং ॥১॥
নামসমেতং কৃতসঙ্কেতং বাদয়তে মৃদুবেণুং।
বহু মনুতে ননু তে তনুসঙ্গতপবনচলিতমপি রেণুং ॥২॥

পততি পতত্রে বিচলতি পত্রে শঙ্কিতভবদুপযানং।
ৰচয়তি শয়নং সচকিতনয়নং পশ্যতি তব পন্থানং ॥৩॥
মুখৰমধীৰং ত্যজ মঞ্জীৰং ৰিপুমিব কেলিষু লোলং।
চল সখি! কুঞ্জং সতিমিৰপুঞ্জং শীলয় নীলনিচোলং ॥৪॥
উৰসিমুৰাৰে ৰুপহিতহাৰে ঘন ইব তৰলবলাকে;
তড়িদিব পীতে ৰতিবিপৰীতে ৰাজসি সুকৃতবিপাকে ॥৫॥
বিগলিতবসনং পৰিহৃতৰসনং ঘটয় জঘনমপিধানং।
কিশলয়শয়নে পঙ্কজনয়নে নিধিমিব হৰ্ষনিধানং ॥৬॥
হাৰৰভিমানী ৰজনাৰিদানীমিয়মপি যাতি বিৰামং।
কুৰু মম বচনং সত্বৰৰচনং পূৰয় মধুৰিপুকামং ॥৭॥
শ্ৰীজয়দেবে কৃতহৰিসেবে ভণতি পৰমৰমণীয়ং।
প্ৰমুদিতহৃদয়ং হৰিমতিসদয়ং নমত সুকৃতকমনীয়ং ॥৮॥

৫২

রামকিরীরাগ যতিতালাভ্যাং গীয়তে।

চন্দনচর্চ্চিতনীলকলেবরপীতবসনবনমালী।
মণিময়কুণ্ডলঝলমলমণ্ডিতগণ্ডযুগস্মিতশালী॥
চন্দ্রকচারুময়ূরশিখণ্ডকমণ্ডলবলয়িত কেশম্।
প্রচুরপুরন্দরধনুরনুরঞ্জিত মেদুরমুদিরসুবেশম্॥
শ্যামলমৃদুলকলেবরমণ্ডলমধিগতগৌরদুকূলম্।
নীলনলিনমিবপীতপরাগপটলভরবলয়িতমূলম্॥

